# বনজ্যোৎস্না

( নোবেল বঁটাবিজয়ী নুট হামছুনৰ প্যান উপন্যাসখনৰ
অসমীয়া ৰূপান্তৰ )

ঈশ্বৰপ্ৰসাদ চৌধুৰী
অনূদিত



দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী—১

"BA[...]JYOTSNA" is the [...] weigian Nobel Prize Winner Knut Hamsun's fan[...] [...]nslated into Assamese by Iswar Prasad Chowdhury

প্ৰকাশক ঃ
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা, এম্-এ
দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী ঃ ৭৮১০০১

প্ৰথম প্ৰকাশ
ইং ১৯৭৭ চন
মূল্য ঃ পাঁচ টকা পঞ্চাছ পইচা মাত্ৰ.

মুদ্ৰণ ঃ
শ্ৰীগুৰু প্ৰেছ,
গুৱাহাটী ঃ ৭৮১০১১





## নুট হামছুন

১৮৫৯ খৃষ্টাব্দৰ 4 আগষ্ট। লোম নামৰ গাওঁ এখনৰ খেতিয়কৰ পৰিয়াল এটাত সেইদিনা নৰৱেৰ এজন বিখ্যাত ঔপন্যাসিক, নাট্যকাৰ আৰু কবিৰ জন্ম হয়। তেওঁৰ নাম নুট হামছুন। নৰৱে দেশৰ উত্তৰফালে থকা নৰ্ডলেণ্ডৰ হামাৰয় নামে ঠাইখনত তেওঁৰ শৈশৱ আৰু কৈশোৰ কাল অতিবাহিত হয়। জন্মগত গুণৰাশি কেতবোৰে তেওঁৰ শিল্পীসুলভ মনোবৃত্তি গঢ়ি তোলাত সহায়ক আছিল আৰু তাৰেই সুসম পৰিণতিস্বৰূপে দেখা পাওঁ তেওঁৰ সৌন্দৰ্য্যপিয়াসী মনৰ অসুন্দৰৰ প্ৰতি তীব্ৰ অনীহা।

তেওঁৰ ৰচিত প্ৰতিখন কিতাপেই সাহিত্যিক আৰু সমালোচক-সকলৰ সশ্ৰদ্ধ প্ৰশংসা আহৰণ কৰিছিল। তেওঁৰ প্ৰথম উপন্যাস ক্ষুধা (Hunger) প্ৰকাশ হৈ ওলোৱাৰ পিছত সাহিত্যসমাজত আলোড়নৰ সৃষ্টি কৰে। তাৰ পিছত প্যান, গ্ৰোথ্ অব দি ছইল, ভিক্টোৰিয়া আদি কেবাখনো উপন্যাস প্ৰকাশিত হয়। ১৯২০ চনত তেওঁৰ প্ৰতিভাৰ স্বীকৃতিস্বৰূপে নবেল বঁটাৰে বিভূষিত হয়।

ইবছেনৰ পিছত হামছুনেই নৰৱেৰ সাহিত্যজগতত প্ৰথিতযশা লিখক। টমাছ মানে কৈছিল—"মোৰ ডেকাবয়সৰ অনুভূতিবোৰক হামছুনৰ কিতাপবোৰে যিদৰে প্ৰভাৱান্বিত কৰিছিল তাক মই কেতিয়াও পাহৰিব নোৱাৰোঁ। নবেল বঁটা পাবলৈ তেওঁতকৈ বেছি উপযুক্ত মানুহৰ কথা মই ভাবিব নোৱাৰোঁ।"

হামছুন আছিল প্ৰচাৰবিমুখ। তেওঁৰ স্বভাৱ আছিল লাজকুৰীয়া। ল'ৰা-ছোৱালীবোৰক লৈ ঘৰতেই তেওঁ বেছি সময় কটাইছিল। তেওঁৰ কাৰণে ন্যায় আৰু সততা আছিল মানুহৰ আটাইতকৈ ডাঙৰ গুণ। হামছুনৰ লিখাত তেওঁৰ ব্যক্তিগত জীৱনৰ ছাঁ প্ৰতিফলিত হৈছিল।

এখনৰ পিছত এখনকৈ হামছুনৰ কিতাপ প্ৰকাশ হবলৈ ধৰিলে আৰু সমালোচকসকলে বিভিন্ন ধৰণৰ মন্তব্য কৰিবলৈ ধৰিলে। কোনোৱে ক'লে উদ্ধত বিসম্বাদী, কোনোৱে ক'লে কবি, সৃষ্টিধৰ্মী শিল্পী, জিনিয়াছ। কোনো সমালোচনাকেই সমীহ কৰি চলা প্ৰকৃতিৰ লোক তেওঁ নাছিল। প্ৰকৃতিৰ মাজত শিক্ষা লাভকৰা হামছুনে নিজৰ বিশ্বাস, ধ্যান-ধাৰণা আৰু মনোবৃত্তিৰে পৰিচালিত হৈ চলিছিল। য'ত সুন্দৰৰ প্ৰকাশ নাছিল, তেওঁ তাৰপৰা আঁতৰি আছিল। তেওঁৰ ৰচনা-শৈলী আছিল অদ্বিতীয়, অনুপম। তেওঁৰ কিতাপসমূহ পঁচিছটা বিভিন্ন ভাষাত অনূদিত হৈছে।

৯২ বছৰ বয়সত ১৯৫২ চনত নৰৱেৰ গ্ৰিমণ্টাডত তেওঁৰ নিজৰ ঘৰত মৃত্যু হয়। নবেল বঁটা বিজয়ী, একালত বিশেষৰূপে সন্মানিত এইজন লোকৰ বিষয়ে তেওঁৰ মৃত্যুৰ পিছত নৰৱেৰ বাতৰি-কাকতত কোনো কথা প্ৰকাশ নহ'ল, আলোচিত নহ'ল। তাৰ কাৰণ হ'ল—দ্বিতীয় মহাযুদ্ধত তেওঁৰ জন্মভূমিক জয়কৰা নাৎছীসকলৰ প্ৰতি তেওঁৰ সহানুভূতিসূচক দৃষ্টিভঙ্গী, আৰু ১৯৪৩ চনত হিটলাৰৰ লগত তেওঁৰ সাক্ষাৎ আৰু সম্ভাৱ বিনিময়।



## এক

এই কেদিন নৰ্ডলেণ্ডৰ জহকালিৰ দিনবোৰৰ কথাকে ভাবিছোঁ,—তাৰ দীঘলীয়া দিনবোৰৰ কথা। ইয়াতে বহি বহি তাকেই ভাবিছোঁ। আৰু ভাবিছোঁ মই থকা পঁজাটোৰ কথা আৰু তাৰ পিছপিনে থকা সেই বননিখন। সময় কটাবলৈ যিহকে পাওঁ তিহকে লিখিবলৈ ধৰিছোঁ; নিজে অলপ আনন্দ পাবৰ কাৰণে, আন একো নহয়। সময় বৰ লাহে লাহে গৈছে। যিমান সোনকালে সময় কটাবলৈ খোজো তিমান খৰকৈ যাব নোখোজে, যদিও মই তাত দুখ কৰিবলগীয়া একো নাই। আৰু মই,— মইতো ভালেই আছোঁ। সকলোতে মই সন্তুষ্ট, আৰু মোৰ ডেবকুৰি বছৰ বয়সতো একোৰেই নহয়। কেদিনমান আগতে কোনে জানো মোলৈ চৰাইৰ দুটা পাখি পঠিয়াই দিছিল। মূৰত পিন্ধা সাজ এটাৰ লগত পাৰ্চেল কৰি এখন চিঠিৰ কাগজত সেই পাখি দুটা মোলৈ পঠাইছিল। পঠিয়াইছে বহুত আঁতৰৰপৰা। এইবোৰ ওভোতাই পঠাবৰ কোনো দৰকাৰ নাছিল। সেয়েও মোক আনন্দ দিছিল,—সেই কলপতীয়া ৰঙৰ চৰাইৰ পাখি দুটা। বহুত দিন আগেয়ে মোৰ বাওঁ ভৰিখনত গুলী লাগিছিল, কাহানিবাই ভাল হৈ গৈছে। মাথোঁ মাজে মাজে ভৰিখন বিষায়। ইয়াৰ বাহিৰে মোৰ আন কোনো কষ্ট নাই।

দুবছৰ আগেয়ে,—মোৰ ভালকৈ মনত আছে, সময় খুব সোনকালেই উৰি গৈছিল, অন্ততঃ আজি কালিৰ দিনবোৰৰ তুলনাত। জহকালি কেতিয়া গ'ল খবৰেই নেপালোঁ। দুবছৰ আগেয়ে,—১৮৫৫ চনত, মোৰ জীৱনত যি ঘটিছিল,—যি সপোন মই দেখিছিলোঁ, নিজৰ মনটোত অলপ আনন্দ দিবৰ কাৰণেই সেইবোৰ কথা লিখি থবলৈ খুজিছোঁ। সেই দিনবোৰৰ বহুতো কথাই মই এতিয়া পাহৰি গৈছোঁ, কাৰণ তাৰ বিষয়ে মই বৰ কমেই ভাবোঁ। এটা কথা ভালকৈ মনত আছে, সেই সময়ত ৰাতি-বোৰ আছিল মধুময়। বহুতো কথা মোৰ মনত আচৰিত আৰু অস্বাভাৱিক যেন বোধ হৈছিল। বছৰত বাৰটা মাহ, কিন্তু ৰাতি আছিল দিনৰ দৰে, আকাশত নাছিল এটি তৰা। যিবোৰ মানুহক লগ পাইছিলোঁ,—অদ্ভুত; যিবোৰৰ লগত চিনাকি আছিল তেওঁলোক যেন সিহঁততকৈ বহুত বেলেগ ধৰণৰ, এওঁলোক একে নিশাই শৈশৱৰপৰা গৌৰৱান্বিত

প্ৰৌঢ়তাত বিকশিত হৈছেগৈ। [illegible] যাদু-মন্ত্ৰ নাছিল। কেৱল ময়েহে ইয়াৰ আগেয়ে আৰু এনেকুৱা দেখা নাছিলোঁ। উহুঁ।

সাগৰৰ পাৰত ডাঙৰ বগা ঘৰটো। তাতেই তেওঁৰ লগত মোৰ দেখা। ক্ষন্তেকৰ কাৰণে মোৰ মনটো উগুল-থুগুল লগাইছিল। এতিয়া আৰু সকলো সময়তে তেওঁৰ কথা মোৰ মনত নপৰে। নাই, নেভাবোঁ, তেওঁৰ কথা মই পাহৰি গৈছোঁ। কিন্তু আন সকলো কথাই ভাবোঁ। সাগৰৰ চৰাইবোৰৰ কিৰিলি, হাবি-বননিয়ে মোৰ চিকাৰ, মোৰ ৰাতি, আৰু সেই জহকালিৰ তপত মধুৰ মুহূৰ্তবোৰ। সি যিয়েই হওক, হঠাৎ ঘটনাক্ৰমে তেওঁৰ লগত এদিন মোৰ দেখা হৈছিল। নহলে এদিনৰ কাৰণেও তেওঁৰ কথা মোৰ মনত নপৰিলহেঁতেন।

যিটো পঁজাত আছিলোঁ, তাৰপৰা খেলিমেলি ভাৱে দেখা গৈছিল পাহাৰ, জাহাজৰ পাল, সৰু সৰু দ্বীপবোৰ, সাগৰৰ এটা অংশ আৰু নীলাভ পাহাৰৰ টিং অকণমান। মোৰ পঁজাটোৰ পিছফালে আছিল বননি,—অগাধ বননি। শিপা আৰু পাতৰ গোন্ধ পাই মোৰ মন আনন্দেৰে ভৰি উঠে। ফাৰ গছৰ উগ্ৰ গোন্ধ মোৰ নাকত লাগেহি—মজ্জাৰ দৰে তাৰ গোন্ধ। কেৱল বননিতেই মই শান্তি পাওঁ, তাতেই মোৰ অন্তৰ শাঁত পৰি যায়, আনন্দ পাওঁ। দিনৰ পিছত দিন যায়, আৰু ঈছপক লগত লৈ পাহাৰে জঙ্গলে ঘূৰি ফুৰোঁ। বৰফ আৰু বোকা-মাটি থাকিল কি হ'ল,—মই ইয়াৰ বাহিৰে আন একো নিবিচাৰোঁ। ঈছপৰ বাহিৰে আন কোনো সঙ্গী নাছিল। এতিয়া কোবা মোৰ সহচৰ; তেতিয়া কিন্তু আছিল ঈছপ--মোৰ কুকুৰ, তাক পিছত গুলী কৰি মাৰি পেলাইছোঁ।

গোটেই দিনটো চিকাৰ কৰি সন্ধিয়া যেতিয়া পঁজাটোলৈ উভতি আহোঁ, অনুভৱ কৰিছিলোঁ ভৰিৰপৰা মূৰলৈকে মৰমত পমি যোৱা এটা স্নেহৰ পৰশ কঁপি কঁপি বৈ গৈছে,—অন্তৰ বলিয়া কৰা এটা মধুৰ ক্ষন্তেকীয়া শিহৰণ। মই ইয়াৰ বিষয়ে ঈছপক কৈছিলোঁ, আৰু কৈছিলোঁ—আমি যে কি সুখত আছোঁ!" এতিয়া একুৰা জুই ধৰিম আৰু চৰাই এটা পুৰি ল'ম।—আৰু সোধোঁ, "তুমি কি কোৱা?" চৰাইটো পুৰি লৈ দুয়ো খাওঁ। ঈছপে খাই উঠি চৌকাটোৰ পিছফালে গৈ তাৰ নিজৰ ঠাইখিনিত শুই পৰে। মই পাইপটো জ্বলাই লৈ বেঞ্চিখনত শুই গছ-পাতৰ মৰ্মৰ ধ্বনি শুনোঁ। পঁজাটোৰ পিনে বলিছে এছাটি জুৰ বতাহ। আঁতৰত সৌ পাহাৰখনৰ সিফালৰপৰা এটা বন-কুকুৰাই মাতিব লাগিছে। তাৰ বাহিৰে সকলো নীৰৱ।



তেনেকৈ শুই থাকোঁতে [illegible] যাওঁ। কাপোৰ সলাবলৈ পাহৰোঁ, জোতা খুলিবলৈ নহয়। সাগৰৰ চৰাইবোৰৰ চিঞৰ-বাখৰ আৰম্ভ নোহোৱালৈকে টোপনি নেভাঙে। খিৰিকীৰে চাই দেখো—ডাঙৰ বগা বগা কাৰখানাৰ পকী দালান, ছিৰিলাগুৰ ঘাট, মোৰ নিতৌ ৰুটি অনা দোকানখন। আৰু অলপ সময় তেনেকৈ শুই থাকিবলৈ ভাল লাগে। ইমান আঁতৰত থকা নৰ্ডলেণ্ডৰ বননি এখনৰ ওচৰত থকা এই পঁজাটোলৈ কেনেকৈ আহিলোঁ,--আচৰিত হৈ ভাবোঁ।

ঈছপে চৌকাৰ কাষৰপৰা তাৰ দীঘলীয়া ঋজু গাটো এঙামুৰি দিয়ে, হামিয়ায়, নেজডাল জোকাৰি থিয় হয়, আৰু ময়ো তিনি চাৰি ঘণ্টা টোপনিৰ পিছত জঁপ মাৰি উঠি ৰহোঁ। পূৰ্ণ বিশ্ৰাম হয়, মন প্ৰফুল্লিত হৈ উঠে, সকলোতে আনন্দৰ চিন দেখোঁ। এৰা, সকলোতে আনন্দ,—সকলোতে।

বহুতো ৰাতি মই এনেকৈয়ে কটাই দিছোঁ।

## দুই

ধুমুহা আৰু বৰষুণ। বৰষুণৰ দিনৰ লগত প্ৰায়েই অলপ আনন্দ ভাঁহি আহে,—মানুহক তাৰ আনন্দ লৈ অকলে ক'ৰবালৈ পাখি মেলি উৰি যাবৰ কাৰণে মনটো বলিয়া কৰি তোলে। ক'ৰবাত গৈ অলপ থিয় হোৱা, মূৰটো দাঙি সন্মুখলৈ চাই পঠোৱা, প্ৰশান্ত মনে মাজে মাজে হাঁহা, এবাৰ কেউপিনে চকু ফুৰাই চোৱা। ভাবিবলৈ আৰু কি আছে বাৰু? খিৰিকীখনত নিৰ্মল এডোখৰ কাঁচ, কাঁচডোখৰৰ ওপৰত সোণালী জিকমিকনি, এটা সৰু নিজৰাৰ খলকনি, আৰু হয়তো মেঘৰ মাজেৰে এডুখৰি নীল আকাশৰ ভুমুকি। ইয়াতকৈ বেছি আৰু একো নেলাগে। দৰকাৰ নহয়।

একো একোটা অপ্ৰত্যাশিত বিচিত্ৰ ঘটনাইও মানুহক তাৰ নিৰ্জীৱতা আৰু মনৰ দৰিদ্ৰতাৰপৰা বচাব নোৱাৰে। নাচ ঘৰত বহিও মানুহে নিৰ্বিকাৰ হৈ থাকিব পাৰে। উদাসীন মনক একোৱে তোলপাৰ লগাব নোৱাৰে। নিজৰ অন্তৰেই মানুহৰ সুখ-দুখৰ উৎস।

এদিনৰ কথা মোৰ মনত পৰিছে। সাগৰৰ পাৰলৈ ফুৰিবলৈ গৈছিলোঁ। হঠাতে বৰষুণ আহিল। আশ্ৰয় লবৰ বাবে নাও-ঘৰ এটাৰ ভিতৰত সোমাই পৰিলোঁ। গুন-গুণকৈ গান এটা গাই আছিলোঁ।

মনৰ আনন্দত নহয়, এনেয়ে, [illegible] কটাবলৈ। মোৰ লগত আছিল ঈছপ। সি উঠি বহিল আৰু কিবা অনাই শুনিবলৈ ধৰিলে। মই গুণ-গুণনি বন্ধ কৰিলোঁ। ময়ো কাণ পাতি শুনিবলৈ চেণ্টা কৰিলোঁ। বাহিৰত কাৰোবাৰ মাত। কোনোবা মানুহ এইফালেই আহিছে। ঘটনাক্ৰমেহে আহিছে, নহলে এইফালে কোনোবা অহাটো স্বাভাৱিক নহয়। এটা সৰু দল, দুগৰাকী মানুহ, এজনী ছোৱালী। য'ত বহিছিলোঁ তালৈকেই হৰমুৰাই সোমাই আহিল। ইজনে সিজনক মাতিছে আৰু হাঁহিছে।

"সোনকাল কৰা। যেতিয়ালৈকে বৰষুণ নেবে ইয়াতেই বহা।" উঠি থিয় দিলোঁ।

এজনৰ বগা কামিজৰ সন্মুখফাল একেবাৰে তিতি গৈছে আৰু সেই তিতা ছোলাটোৰ বুকুত এটা হীৰাৰ বোটাম। তেওঁৰ ভৰিত এজোৰ আগ জোঙা জোতা, কিন্তু তাৰপৰা তেওঁক, কিয় জানো, কেনেবা দেখা গৈছিল। তেওঁক মই শুভদিনৰ অভিনন্দন জনালোঁ। তেওঁৰ নাম ম্যাক, এজন ব্যৱসায়ী। মই ৰুটি অনা দোকানখনত তেওঁক কতদিন দেখিছোঁ! যেতিয়া ইচ্ছা মোক তেওঁৰ তালৈ যাবলৈ কৈছিল, মোৰহে যোৱা হৈ উঠা নাই।

মোক দেখা পাই ম্যাকে কৈ উঠিল,—'অ', তুমিয়েই নে? আমি কাৰখানালৈ যাবলৈ ওলাইছিলোঁ, পিছে উভতিহে আহিব লগা হ'ল। ছিঃ এনে বেয়া বতৰ হ'ল! পিছে লেফ্‌টেনাণ্ট, মোৰ ছিৰিলাগুৰ ঘৰলৈনো কাহানিকৈ যাবা?"

তেওঁৰ লগৰীয়া ক'লা ডাড়ি থকা চুটি মানুহজনৰ লগত মোক পৰিচয় কৰি দিলে। তেওঁ ডাক্তৰ। সৌ গীৰ্জাটোৰ ওচৰতে থাকে।

ছোৱালীজনীয়ে তেওঁৰ ওৰণিখন নাকলৈকে অলপমান তুলিলে। ফাছফুছকৈ ঈছপৰ লগত কথা পাতিবলৈ ধৰিছে। তেওঁৰ জেকেটটো লক্ষ্য কৰিলোঁ। চিলাইৰ আৰু বোটামৰ ঘৰবোৰ দেখি বুজা যায় জেকেটটো ৰং কৰা হৈছে। ম্যাকে তেওঁৰে মোক পৰিচয় কৰি দিলে,—তেওঁৰ ছোৱালী এডৱাৰ্ডা। ওৰণিৰ তলৰপৰা এডৱাৰ্ডাই মোক কেৰাহিকৈ চালে। আকৌ কুকুৰটোৰ লগত কথা, বতৰা আৰম্ভ হ'ল। তাৰ ডিঙিৰ চামৰাৰ পেটিডালত নামটো পঢ়ে।

"অ', তোমাক ঈছপ বুলি মাতে, নহয়নে? ডাক্তৰ ঈছপ কোন আছিল? মইতো জানো তেওঁ সাধু কথা লিখিছিল। তেওঁ ফ্ৰিজিয়ান আছিল, নহয় জানোঁ? একো মনত নাই।"



সৰু ছোৱালী, পঢ়াশালিৰ [illegible]। দীঘল, ঋজু, বয়স প্ৰায় পোন্ধৰ-ষোলমান হব। সুন্দৰ দীঘল দুখনি হাত, হাতত মোজা নাই। কিজানি সিদিনা সন্ধিয়া ঈছপৰ অৰ্থটো ভালকৈ জানিবলৈ অভিধান চাইছিল,—কোনে কব!

ম্যাকে সুধিলে আজিকালি কি খেলত মছগুল হৈ আছোঁ। কি কি বেছি চিকাৰ কৰোঁ। মোৰ যেতিয়াই দৰকাৰ তেতিয়াই নাও পাব পাৰোঁ, তেওঁক জনালেই হ'ল। ডাক্তৰে একোকে নকয়। যেতিয়া তেওঁলোক গুচি গ'ল, মই লক্ষ্য কৰিলোঁ যে ডাক্তৰে অলপ খোৰাই খোৰাই গৈছে। তেওঁৰ হাতত এডাল লাঠী।

আগৰ দৰেই শূন্যমনেৰে ঘৰলৈ উভতি আহোঁ। নিৰ্বিকাৰভাৱে গুণগুণাওঁ। নাও-ঘৰৰ এই পৰিচয়ে মোৰ মনলৈ কোনো পৰিবৰ্তন নানে। কেৱল মনত পৰে ম্যাকৰ সেই তিতা কামিজটো, হীৰাৰ সেই বোটামটো,—হীৰাডোখৰো তিতিছে, তেনে জিলিকনি আৰু তাত নাই।

## তিনি

মোৰ পঁজাটোৰ পিছফালে এটা শিল আছে,—এটা ধোঁৱাবৰণীয়া শিল। সেইডোখৰ দেখিলেই মনত খেলায় তাৰ যেন মোৰ প্ৰতি এটা বন্ধুৰ নিচিনা ভাৱ আছে। যেতিয়া তাৰ ওচৰেৰে যাওঁ তেতিয়াও যেন সি মোক দেখে, এতিয়া উভতি আহিবৰ সময়ত আকৌ দেখিছে। ৰাতিপুৱা ওলাই যাওঁতে এই শিলডোখৰৰ কাষেৰেই গুচি গৈছোঁ, এজন বন্ধুক যেন পাছ পেলাই থৈ আহিলোঁ। জানো, আকৌ যেতিয়া উভতি যাম মোৰ সেই বন্ধুটোৱে তেনেদৰে তাত বাট চাই থাকিব।

তাৰ পিছত হাবিয়ে বননিয়ে চিকাৰ কৰি ফুৰোঁ, কেতিয়াবা চিকাৰ পাওঁ, কেতিয়াবা হয়তো একোৱেই নাই।

আঁতৰত সৌ দ্বীপবোৰৰ কেউফালে সাগৰখন যেন প্ৰশান্ত শান্তিত শুই আছে। পাহাৰৰ সৌ ওপৰৰপৰা কতদিন সেই সাগৰখন মই দেখিছোঁ। নিস্তব্ধ, শান্ত দিনত জাহাজবোৰ বৰ কমকৈ অহা-যোৱা কৰে। বগলিৰ পাখিৰ দৰে বগা একে পালবোৰকেই তিনিদিন ধৰি একে ঠাইতে থকা দেখোঁ। তাৰ পিছত হয়তো কোনোবা দিনা পচোৱা মাৰিব, আৰু পাহাৰৰ টিংবোৰ মেঘেৰে ঢাক খাই পৰিব। তাৰ পিছত ঈশান কোণৰপৰা ধুমুহা আহিব। ভাৱৰ আবেগত মন আনন্দত

নাচি উঠে। সকলো বস্তু যেন এখন কুঁৱলিৰ আৱৰণেৰে ঢাক খাই আছে। পৃথিৱীৰ লগত আকাশৰ মিলন, সাধু কথাৰ ৰাজকোঁৱৰৰ আৰু পক্ষীৰাজ ঘোঁৰাৰ প্ৰতিকৃতি লৈ সাগৰৰ ঢৌবোৰে উন্মত্ত নাচোন নাচে,— বতাহে আকাশত জয়ৰ নিচান উৰুৱায়। এডোখৰ শিলৰ কাষত থিয় দি কত কথা ভাবোঁ! মোৰ অন্তৰখন পূৰ্ণ! ভাবো, মই নিজকে নিজে ভাবোঁ, মই ইয়াত থিয় দি কি চাওঁ। সাগৰেই বা তাৰ বহল বুকুখন মোৰ সন্মুখত মেলি ধৰি কি দেখুৱায়! কিজানি মই এতিয়া পৃথিৱীৰ অন্তৰতম ঠাইখিনিকে দেখিছোঁ, আৰু দেখিছোঁ তাৰ ভিতৰত হোৱা কাৰ্যকলাপবোৰ। ঈছপ চঞ্চল হৈ উঠে, ভৰি দুখন কঁপি উঠে আৰু নাক মোহাৰি মোহাৰি কেৱল হাঁচে। তালৈ মই মন নকৰা যেন দেখিলে মোৰ ভৰি দুখনৰ মাজত শুই পৰে আৰু মোৰ দৰে সাগৰৰ পিনে থৰ হৈ চাই থাকে। ক'তো একো শব্দ নাই, মানুহৰ মাত এষাৰ শুনিবলৈ নাই। নাই একো নাই, মাথো মোৰ মূৰৰ ওপৰেদি শুনো বতাহৰ শোঁ শোঁ শব্দ। আঁতৰত বহুত আঁতৰত বিচ্ছিন্ন পাহাৰৰ এটা শাৰী। সাগৰৰ ঢৌৱে যেতিয়া উদ্বাউল হৈ তাত গৈ খুন্দিয়ায়, মনতে ভাবোঁ যে জলদেৱতাই তিতি বুৰি জুৰুলি হৈ গৰজিব ধৰিছে। তেওঁৰ ডাঢ়ি আৰু মূৰৰ জটাই বৃত্তাকাৰ হৈ দিক্-বিদিক্ এন্ধাৰ কৰি পেলায়। তাৰ পাছত আকৌ পানীৰ মাজত ডুব দিয়ে।

সেই ধুমুহাৰ মাজেৰে পানীৰ শিৰলি কাটি যায় এখন সৰু জাহাজ, ৰং তাৰ কয়লাৰ দৰে ক'লা——

গধূলি জাহাজঘাট পালোঁহি। সেই কয়লাৰ দৰে ক'লা জাহাজখন আহি পাৰত চাপিছে। ডাক জাহাজ। এই দুষ্প্ৰাপ্য অতিথিজনক সম্বৰ্দ্ধনা কৰিবলৈ পাৰত বহুতো মানুহ গোট খাইছেহি। মই মন কৰিলোঁ আটাইৰে চকু কেইজুৰি নীলা। আন যি পাৰ্থক্যই নেথাকক কিয় সিহঁতৰ চকু আছিল নীলা। এজনী গাভৰু ছোৱালীয়ে মূৰত এখন বগা ৰেছমৰ ৰুমাল বান্ধি অলপ আঁতৰত থিয় দি আছিল। তাইৰ ঘন কিচ্ কিচ্ কৰে ক'লা চুলিতাৰৰ লগত বগা ৰুমালখন বন্ধা বাবে দেখিবলৈ বৰ ধুনীয়া হৈছিল। তাই মোলৈ আচৰিত হৈ উৎসুক নয়নে চাই আছে,—চাইছে মোৰ সাজপাৰ, মোৰ বন্দুক। তাইৰ লগত কথা পাতিলোঁ। তাই অলপ খোতামোজা খাই মূৰটো সিফালে ঘূৰালে। মই কলোঁ,—

"তুমি সদায় এনেকৈ বগা ৰুমালখন লবা দেই। সুন্দৰ দেখি,— তোমাক বঢ়ীয়াকৈ শুৱায়।"



ঠিক সেই সময়তে আহ[illegible]ৰ ছোলা পিন্ধা শকত মানুহ এজন তাইৰ ওচৰলৈ আহি তাইক ইভা বুলি মাতিলে। নিশ্চয়কৈ বুজিলোঁ তাই তেওঁৰ ছোৱালী। শকত মানুহজনক মই চিনো,—— চুবুৰিৰে কমাৰ। মাথোঁ এই কেদিনমান আগতে মোৰ বন্দুক এটা মেৰামত কৰি দিছে।

বতাহ আৰু বৰষুণে সিহঁতৰ নিজ নিজ কাম কৰি গ'ল,— বৰফবোৰ গলাই দি গ'ল। কেদিনমান ধৰি নিৰানন্দ শীতে যেন পৃথিৱীৰ বুকুখন হেঁচা মাৰি ধৰি আছিল, পঁচা শুকান গছৰ ডালবোৰ ভাঙি পৰিছিল, কাউৰীবোৰে দল বান্ধি বান্ধি অভিযোগ কৰিছিল। কিন্তু বেছি দিন এনেকৈ থকা নাছিল। বেলি ওচৰতে আছিল,—এদিন বননিৰ পিছফালৰ পৰা লাহে লাহে দেখা দিলে। বেলি ওলায় আৰু ময়ো মূৰৰপৰা ভৰিলৈকে এটা আনন্দৰ শিহৰণ অনুভৱ কৰোঁ। মন মোৰ আনন্দেৰে ভৰপূৰ। লাহেকৈ কান্ধত বন্দুকটো তুলি লওঁ।

## চাৰি

এইকেদিন মোৰ চিকাৰৰ অভাৱ হোৱা নাছিল। যিহকে মন যায়, তাকেই মাৰিছিলোঁ—শহাপহু, বনৰীয়া কুকুৰা, পাহাৰত থকা নানাবিধ চৰাই ইত্যাদি। আৰু কেতিয়াবা সাগৰৰ পাৰলৈ গলে যদি কোনো সাগৰৰ চৰাই চকুত পৰে, তাকো গুলীয়াইছিলোঁ। আনন্দেৰে দিন কটাইছোঁ। দিনবোৰ ক্ৰমাৎ দীঘলীয়া হৈ আহে, বতাহ হয় নিৰ্মল। বস্তু-বাহানিবোৰ চপাই বান্ধি লৈ কেদিনমানৰ কাৰণে পাহাৰৰ ওপৰলৈ যাওঁ, একেবাৰে পাহাৰৰ টিং পাওঁগৈ। লাপ্‌বোৰক লগ পাওঁ। সিহঁতে মোক মাখন খাবলৈ দিয়ে, সোৱাদ লগা বঢ়ীয়া মাখন। সেই বাটেদি মই কতবাৰ গৈছোঁ, তাৰ পিছত ঘৰলৈ উভতি আহোঁতে বাটত কোনো চৰাই চিৰিকতি মাৰি মোনাখনত ভৰাই লওঁ। ঈছপক আগত লৈ বহোঁ। বহুতো তলত মোৰ সন্মুখত বহল সাগৰ। পাহাৰৰ দাঁতি তিতি আছে, পানীৰ খুন্দা খাই খাই ক'লা পৰি গৈছে আৰু লগে লগে এটা কল্‌কলনি শব্দ উঠিছে। পানীৰ সেই শব্দ শুনি শুনি বহি থাকোঁ, সময় কেনেকৈ যায় কব নোৱাৰোঁ। ইয়াতে বহোঁ আৰু ভাবোঁ, পাহাৰ আৰু সাগৰ সঙ্গমত এটা অশ্ৰান্ত মধুৰ গীত আপোন মনে গীত হব ধৰিছে, কোনেও তাক নুশুনে, কোনেও নেভাবে তাৰ কথা, তথাপিও

আপোনমনে গাই যায়, সদায় সকলো সময়তে। যেতিয়া এই অনন্ত সঙ্গীত শুনো, তেতিয়া অনুভৱ কৰো যেন পাহাৰবোৰ আৰু নিৰ্জন হৈ থকা নাই। মাজে সময়ে হঠাৎ কিবা এটা ঘটে। বজ্ৰৰ হাত চাপৰি শুনি পৃথিবীৰ বুকু কঁপি উঠে, পাহাৰ এডোখৰ খহি পিছলি পিছলি সাগৰত পৰেগৈ, ধূঁৱলি ধূলিয়ে কেউদিশ এন্ধাৰ কৰি পেলায়। ঈছপে বতাহৰ পিনে মুখ ঘূৰায়, কিবা শুঙে আৰু তাৰ পিছত হাঁচিবলৈ ধৰে। বৰফবোৰ গলি পাহাৰৰ দাঁতিত বৰফৰ শিৰলি হয়, অলপ জোকাৰণি পালেই পাহাৰখণ্ডবোৰ সেই পিনে বাগৰি গৈ নামনিত পৰে।

এঘন্টা হৈ গ'ল হবলা। কিজানি আৰু বেছি। সময় পাখিলগা কাঁড়ৰ দৰে উৰি যায়। ঈছপৰ বান্ধোন খুলি দিলোঁ। মোনাটো কান্ধত পেলাই লৈ ঘৰমুৱা হওঁ। পলম হৈ আহিছে। নামনিত বননিখনৰ ওচৰলৈ আহি ভুল নকৰাকৈ মোৰ সেই পুৰনি চিৰপৰিচিত বাটটোত ওলাওঁহি,—বেকাঁবেঁকিকৈ যোৱা সৰু ফিতা এদালৰ দৰে সেই বাট। একো খৰধৰ কৰিবলগীয়া হোৱা নাই, হাতত সময় যথেষ্ট আছে, নিশ্চিন্ত মনেৰে আলিটোৰ প্ৰত্যেক পাকটোৰে ঘূৰি-পকি গৈ থাকোঁ, ঘৰত কোনেও মোলৈ প্ৰতীক্ষা কৰি থকা নাই। ৰজাৰ দৰে মই স্বাধীন। ইচ্ছামতে এই শান্ত স্নিগ্ধ বননিখনত ঘূৰি ফুৰোঁ, হকাবধা কৰোঁতা কেও নাই। সকলোবোৰ চৰাই-চিৰিকতি নিমাত হৈ আছে; বহুত দূৰৰপৰা মাথোঁ এটা বনৰীয়া কুকুৰাই চিঞৰিব লাগিছে,—সি সদায় সকলোসময়তে কেৱল চিঞৰি থাকে।

বননিৰপৰা ওলাই আহি সন্মুখত দুটা চেহেৰা দেখিলোঁ, দুজন মানুহ ফুৰিছে। তেওঁলোকৰ ওচৰ পালোঁহি। দেখিয়ে চিনিলোঁ, এজন জোম্‌ফ্ৰু এডৱাৰ্ডা, তেওঁক অভিনন্দন জনালোঁ। আনজন ডাক্তৰ। তেওঁলোকক মোৰ বন্দুকটো দেখুৱাবলগীয়া হ'ল। তেওঁলোকে মোৰ মোনাখন আৰু দিক্‌নিৰ্ণয় কৰা যন্ত্ৰটোও চালে। তেওঁলোকক মোৰ পঁজাটোলৈ নিমন্ত্ৰণ কৰিলোঁ। এদিন আহিব বুলি তেওঁলোকে মোক কথা দিলে।

সাঁজ লাগিছে। ঘৰলৈ গৈ চৌকাটো জ্বলালোঁ। চৰাই এটা সিজাই লৈ খালোঁ। কালিলৈ আৰু এটা নতুন দিন আহিব।

সকলো কিন্তু নীৰৱ নিস্তব্ধ হৈ আছে। সন্ধিয়া খিৰিকীখনৰ সন্মুখত বহি আঁতৰলৈ চাই পঠিয়াওঁ। পথাৰত যেন সেই সময়ত কোনোবা সপোনপুৰীৰ ৰঙীন পোহৰৰ পৰশ লাগি আছে— ৰঙা পোহৰেৰে আকাশখন ৰাঙলী কৰি বেলিয়ে অস্তাচলৰ আঁৰত লুকায়। বহল



মুকলি আকাশ, নিৰ্মল। সাগৰৰ পিনে চাওঁ, ভাৱ হয় যেন সৃষ্টিৰ গভীৰতম ৰহস্যৰ মুখামুখিকৈ থিয় দি আছোঁ। মোৰ বুকুখন কঁপিবলৈ ধৰে, এটা সুন্দৰ অৱসাদে দেহ-মন আৱৰি পেলায়। ঈশ্বৰে জানে, আপোন মনে ভাবোঁ, ঈশ্বৰে জানে কিয় আজিৰ এই আকাশখন সোণালী আৰু বেঙুনীয়া ৰঙেৰে ৰাঙলী হৈ উঠিছে। ঈশ্বৰে জানে, পৃথিবীত আজি কোনো উৎসৱৰ আয়োজন হৈছে নে নাই, তাৰ তাৰকামালাৰ পৰা সঙ্গীতৰ সুৰ ভাঁহি আহিছেনে নাই, নৈৰ বুকুত নাও নাচিছেনে নাই, ঈশ্বৰে জানে। মনতে ভাবি থাকোঁ। চকু মুদোঁ। মনৰ চকুৰ আগত নাওবোৰ ভাঁহি ভাঁহি গৈ থাকে। চিন্তাৰ পিছত চিন্তা মোৰ মনত ভাঁহি ফুৰে।

এনেকৈয়ে কতদিন যায়।

লক্ষ্যহীনভাৱে ঘূৰি ফুৰোঁ। চাওঁ কেনেকৈ বৰফ পানী হৈ যায় কেনেকৈ বৰফবোৰ গলি খহি পৰে। বহুত দিন হ'ল, এটা গুলীও মৰা নাই। ঘৰত যথেষ্ট পৰিমাণে খাবৰ বস্তু আছে, গুলীয়াবৰ প্ৰয়োজন নহয়। অবাৰিত মুক্তিৰ আনন্দত কেউপিনে ঘূৰি ফুৰোঁ। সময় উৰি যায়। যিফালেই চাওঁ সিফালেই যেন কিবা নহয় কিবা দেখিবলৈ পাওঁ, শুনিবলৈ পাওঁ, প্ৰত্যেক বস্তুটো যেন নিতৌ বদলি হৈ যাবলৈ ধৰিছে। ওছিৱাৰ আৰু জুনিপাৰ জোপোহাবোৰ বসন্তৰ আগমনলৈ প্ৰতীক্ষা কৰি আছে। এদিন কাৰখানালৈ গৈছিলোঁ। তেতিয়াও ঠাই-বোৰ বৰফে ঢাকি থৈছিল, তথাপিও তাৰ কেউফালৰ মাটিৰ ওপৰেদি বছৰৰ পিছত বছৰ ধৰি মানুহ অহাযোৱা কৰি থাকে। বুজিব পাৰি কত মানুহে সিহঁতৰ কান্ধত শস্যৰ বোজা লৈ সেই বাটেদি আহিছে, সৌ কাৰখানাটোতে গুৰি কৰিবৰ কাৰণে। তালৈ গলে মনত ভাৱ হয় যেনময়ো সেই নানি নিছিগা মানুহবোৰৰ এজন হৈ সিহঁতৰ লগে লগে বাট কুৰি বাই ফুৰিছোঁ। তাৰ বেৰবোৰত হেনো বহুতো কথা আৰু তাৰিখ খোদিত হৈ আছে।

## পাঁচ

আৰু লিখিম নে? নিজৰ মনত আনন্দ দিবৰ কাৰণে আৰু অলপ-মান লিখোঁ। দুবছৰ আগেয়ে বসন্তই কি ৰূপ লৈ আহিছিল, সৃষ্টিৰ ৰূপ তেতিয়া কেনে আছিল, এইবোৰ লিখি লিখি সময় কটাওঁ। পৃথিবী

আৰু সাগৰৰপৰা এটা মৃদু গোন্ধ উলায়, বননিৰ সৰা পাতবোৰৰপৰা এটা মধুৰ পঁচা গোন্ধ বিয়পি পৰে, টোকৌ চৰাইবোৰে বাঁহ সাজিবলৈ ঠোঁটত খেৰ-কুটাবোৰ লৈ উৰি ফুৰে। দুদিন গ'ল। নিজৰাবোৰ ফেনে ফোটোকাৰে উপচি পৰে, দুই এটা পখিলাই অ'ত-ত'ত উৰি ফুৰে, মাছমৰীয়াবোৰে মাছ মৰা শেষ কৰি ঘাটৰপৰা ঘৰলৈ উভতি আহে। সাউদৰ ডিঙবা দুখন মাছেৰে বোজাই হৈ পাৰঘাটত লাগেহি। সৌ ডাঙৰ দ্বীপটোত, য'ত মাছবোৰ শুকাবলৈ দিয়া হব, তাত বিপুল চাঞ্চল্যই দেখা দিয়ে। মোৰ খিৰিকীখনেৰে সকলো দেখা পাওঁ।

পঁজাটোলৈ কোনো হাই উৰুমি অহা নাই। অকলশৰীয়া হৈ আছিলোঁ, অকলশৰীয়া হৈয়ে থাকিলোঁ। মাজে সময়ে কোনোবা মোৰ আগেৰেই গুচি যায়গৈ। ইভাক দেখিলোঁ। ইভা,—সেই কমাৰজনৰ ছোৱালী। তাইৰ নাকৰ ওপৰত দুটা শাল মইনা উঠিছে।

"কলৈ যোৱা,"—মই সুধিলোঁ।

"জুই ধৰিবৰ বাবে খৰি আনিবলৈ।" খৰি বান্ধি আনিবৰ বাবে তাইৰ হাতত এগছ বছি। তাইৰ মূৰত বন্ধা আছিল বগা ৰুমালখন। মই তাইক চাই আছিলোঁ, তাই কিন্তু উভতি নেচালে।

তাৰ পিছত কেবাদিনলৈকে মই আৰু কাকো দেখা নাছিলোঁ। বসন্তৰ আৱাহনী-গীতি বাজি উঠিছে। গোটেই বননিখনে কাণ পাতি তাকেই শুনিছে। টুনি চৰাইবোৰে গছৰ ডালত বহি বেলিলৈ চাই কিৰিলি পাৰিব ধৰে,—মনত মোৰ আনন্দই নধৰা হয়। দোকমোকালিতে চৰাই-পশু আদিয়ে যি সুবিমল আনন্দ উপভোগ কৰে, তাৰেই ভাগ লবলৈ ৰাতি দুবজাতেই উঠোঁ।

বসন্তই মোৰ মনতো কিজানি ভুমুকি মাৰেহি। কাৰ চৰণ ধ্বনিৰ তালে তালে যেন মোৰ শোণিতে নাচিবলৈ ধৰে। পঁজাটোৰ ভিতৰতে বহি থাকোঁ। ভাবোঁ ছিপ, সূতা, বৰশীবোৰ ঘঁহি মাজি লওঁ, কিন্তু কাম কৰিবলৈ এটা আঙুলিও লৰাবৰ মন নেযায়;—এটা আনন্দময় ৰহস্য-জনক চাঞ্চল্যই মোৰ অন্তৰ-বাহিৰ আৱৰি ৰাখে। হঠাৎ ঈছপ জঁাপ মাৰি উঠিল, এঙামুৰি দিলে, আৰু ভুকিবলৈ ধৰিলে। কোনোবা মোৰ পঁজাটোৰ পিনে আহিছে। মোৰ টুপীটো টান মাৰি খুলি পেলাওঁ। দুৱাৰমুখত জোমফ্ৰু এডৱাৰ্ডাৰ মাত শুনিবলৈ পাওঁ।

"এৰা, তেওঁ ঘৰতেই আছে।" তেওঁক মই কোৱা শুনিলোঁ। তেওঁ আগবাঢ়ি আহিল আৰু বালিকা-সুলভ সৰলতাৰে তেওঁৰ হাতখন মোৰ হাতত তুলি দিলে। তেও কলে,—"আমি কালি ইয়ালৈ আহিছিলোঁ, কিন্তু তুমি ঘৰত নাছিলা।"



মোৰ কাঠৰ তক্তাখনৰ ওপৰত পাৰি থোৱা কম্বলখনত তেওঁ বহি পঁজাটোৰ চাৰিওফালে চাবলৈ ধৰিলে। ডাক্তৰে দীঘল বেঞ্চিখনত মোৰ কাষতেই বহিল। নানা বিষয়ে কথা-বতৰা হ'ল। বহুতো অবান্তৰ কথা কলোঁ। বননিখনত কি কি জন্তু আছে, এই বতৰত কি কি জন্তু চিকাৰ কৰিব নোৱাৰি, ইত্যাদি বহুতো কথা কলোঁ। বনৰীয়া কুকুৰা মৰা বতৰ এতিয়া আৰু নাই।

ডাক্তৰে বেছি কথা নকয়। এডৱাৰ্ডাই হঠাৎ সুধিলে,—"কিন্তু যেতিয়া চিকাৰৰ বতৰ পাৰ হৈ যায়, তেতিয়া কিদৰে চলা?"

"মাছ মাৰোঁ। মাছ আৰু লগত খাবলৈ কিবা নহয় কিবা মিলে।"

"কিন্তু তুমি আমাৰ তাতো দেখোন খাবলৈ পাবা। ইয়াতে এই পঁজাটোতেই আৰু বেলি এজন ইংৰাজ মানুহ আছিল, তেওঁ প্ৰায়েই আমাৰ তালৈ খাবলৈ গৈছিল।"

এডৱাৰ্ডাই মোৰ পিনে চালে। এটা মধুৰ অভিনন্দনে যেন মোৰ অন্তৰখন স্পৰ্শ কৰি যায়। এয়েই বসন্তৰ পৰশ,—নিৰ্মল প্ৰভাতৰ অভিনন্দন! তাকেই ভাবিছোঁ। কেনে সুন্দৰ তেওঁৰ বৈ পৰা চেলাউৰি জুৰি!

মোৰ পঁজাটো আৰু সেইটো সজোৱা বিষয়ে তেওঁ কিবাকিবি কলে। বেৰবোৰত নানাবিধ জন্তুৰ ছাল আৰু চৰাইবোৰৰ পাখি আঁৰি থৈছোঁ। ভিতৰৰপৰা ঘৰটোক এটা অপৰিষ্কাৰ গুহাৰ দৰে দেখি। এডৱাৰ্ডাই হলে ঘৰটো ভাল পাইছে।

অভ্যাগতসকলক দিবলৈ মোৰ একো নাই। ভাবিলোঁ, বাৰু ধেমালি কৰি তেওঁলোকক চৰাই এটাকেই সিজাই দিওঁচোন, তেওঁ-লোকে তাক চিকাৰীবোৰৰ দৰে হাতেৰেই খাওক। কিজানি তেওঁ-লোকে মনত আনন্দই পায়।

চৰাই এটা ৰান্ধিলোঁ।

এডৱাৰ্ডাই সেই ইংৰাজজনৰ কথা কবলৈ ধৰিলে। তেওঁ আছিল বুঢ়া, খিট্‌খিটীয়া আৰু আপোন মনে বিৰবিৰাই থকা মানুহ। তেওঁ ৰোমান কেথলিক আছিল আৰু তেওঁ য'লৈকে যায় ত'লৈকেই তেওঁৰ সেই ৰঙা আৰু ক'লা চিয়াহীৰে ছপোৱা প্ৰাৰ্থনাৰ কিতাপখন সদায় লগত লৈ গৈছিল।

ডাক্তৰে কলে,—"অ' তেনেহলে তেওঁ আইৰিছ মানুহ আছিল।"

"আইৰিছ?"

"এৰা, কাৰণ তেওঁ ৰোমান কেথলিক আছিল।"

লাজতে এডৱাৰ্ডাৰ মুখখন ৰঙা হৈ পৰে, অলপ খোতামোজা খায়, মুখখন ঘূৰাই আনফালে চায়।

"এৰা তেওঁ আইৰিছেই আছিল হবলা।"

তাৰ পিছতে তেওঁ মনৰ প্ৰফুল্লতা হেৰুৱাই পেলালে। তেওঁৰ কাৰণে দুখ লাগিল। তেওঁৰ মনৰ এই বিষণ্ণ ভাৱ গুচাবৰ কাৰণে মই কথাটো ঘূৰাই কলোঁ—"নহয়, তুমি ঠিকেই কৈছা, তেওঁ ইংৰাজেই আছিল। আইৰিছবোৰে নবৰেলৈ ফুৰিবলৈ নাহে।"

এদিন নাৱেৰে গৈ আমি মাছ শুকোৱা ঠাইবোৰ চাই আহিম বুলি ঠিক কৰিলোঁ।

যাবৰ সময়ত তেওঁলোকক অলপ দূৰ আগবঢ়াই থৈ আহিলোঁগৈ। ঘৰলৈ উভতি আহি বৰশীটো ভাল কৰাত লাগিলোঁ। দুৱাৰৰ ওচৰৰ গজাল এটাত মোৰ জালখন ওলমি আছে। পুৰণি হোৱা বাবে বহুতো ঠাইত ছিঙি গৈছে। বেজী-সূতা লৈ মেৰামত কৰিবলৈ লাগিলোঁ। কামত মন বহা নাই। আজি কোনো কামকেই কৰিবলৈ মন যোৱা নাই। মোৰ মগজুত নানাবিধ চিন্তাৰ ঢৌৱে তল-ওপৰ লগাইছে। মোৰ কামৰ লগত এই চিন্তাবোৰৰ কোনো সম্পৰ্ক নাই। এডৱাৰ্ডাক বেঞ্চিখনত বহিবলৈ ঠাই কৰি নিদি ইমান সময় বিছনাখনত বহিবলৈ দি অন্যায় কৰিলোঁ নেকি?—কত চিন্তাই মনত ভুমুকি মাৰেহি! হঠাৎ তেওঁক মোৰ সন্মুখত দেখিলোঁ। সেই ৰঙচুৱা মুখ, সেই ডিঙি, ককাল-খন সৰুকৈ দেখুৱাবৰ কাৰণে সন্মুখৰ পিনে ঘাগৰাটো অলপ তললৈ নমাই পিন্ধিছে। আঙুলিবোৰৰ গুৰিৰ কোঁচ খাই থকা ছালখিনি যেন কৰুণাৰে ভৰা। তেওঁৰ ডাঙৰ মুখখন এপাহ ফুলি থকা ফুল,—লাৱণ্যময়।

উঠি গৈ দুৱাৰখন মেলি দি বাহিৰলৈ চাই পঠিয়ালোঁ। একো শুনিবলৈ পোৱা নাই। আচলতে শুনিবলৈ একো নাছিল। দুৱাৰখন আকৌ বন্ধ কৰি দিওঁ। ঈছপে তাৰ জিৰণি লোৱা ঠাইৰপৰা উঠি আহিল। বুজিলে যে মই কিহবাৰ কাৰণে চঞ্চল হৈ পৰিছোঁ। হঠাৎ ভাবিলোঁ, লৰি গৈ জোমফ্ৰু এডৱাৰ্ডাক লগ ধৰি অলপ ৰেছমৰ সূতা খোজোঁগৈ মোৰ জালখন চিলাই কৰিবৰ কাৰণে। ইয়াত কোনো ফাঁকিৰ কথা হোৱা নাই! মই জালখন লৈ গৈ তেওঁক দেখুৱাম, পুৰণি হৈ হৈ ছিঙি যাবলৈ ধৰিছে। দুৱাৰৰ বাহিৰলৈ ওলাই আহিলোঁ। মনত পৰিল, যিমানখিনি ৰেছমৰ সূতা মোক লাগে তাতকৈ বহুতো বেছি ৰেছম সূতা



দেখোন মোৰ মাছ ধৰা মচলাৰ বাকচটোৰ ভিতৰতেই আছে। লাহে লাহে উভতি আহিলোঁ। হতাশ হলোঁ,—মোৰ নিজৰেই ৰেছম সূতা আছে।

পঁজাটোৰ ভিতৰত সোমাওঁতেই কিহবাৰ নিশ্বাস এটাই মোক পৰশ কৰি গ'ল। মনতে ভাব হ'ল, মই ইয়াত অকলশৰীয়া নহয়।

## ছয়

মই চিকাৰ কৰিবলৈ এৰি পেলালোঁ নেকি, এজনে সোধে। আজি দুদিন হেনো তেওঁ মাছ মাৰিবলৈ গৈছিল, তথাপি পাহাৰৰ ওপৰত মোৰ গুলীৰ শব্দ শুনা নাই। এৰা, একো গুলীওৱা নাই। খোৱা বস্তু শেষ নোহোৱালৈকে ঘৰতে সোমাই আছিলোঁ।

তৃতীয় দিনা বন্দুকটো লৈ ওলাই গলোঁ। বননিখন সেউজীয়া হৈ পৰিছে। মাটি আৰু গছবোৰৰপৰা এটা গোন্ধ ওলাইছে। শেলুৱে পৰা তিতা মাটিবোৰত নতুন ঘাঁহ গজিছে। কিবা কিবি ভাবি থাকোঁ; কেবাবাৰো বহি পৰোঁ। আগ দিনাখন মাছমৰীয়াটোকে যি দেখা পাইছিলোঁ, তাৰ বাহিৰে আজি তিনি দিন ধৰি এটা প্ৰাণীৰো মুখ দেখা নাই। ভাবোঁ, বননিৰ য'ত জোমফ্ৰু এডৱাৰ্ডা আৰু ডাক্তৰক লগ পাই-ছিলোঁ, আজি সন্ধিয়া উভতি যাওঁতে তাতেই কিজানি কাৰোবাক লগ পাওঁ! কিজানি তেওঁলোকে সেই বাটেৰেই আকৌ ফুৰিবলৈ গৈছে, হবও পাৰে,—আকৌ নহবও পাৰে। আন সকলোকে এৰি তেওঁলোক দুজনৰ কথাকেই ভাবোঁ কেলেই বাৰু? দুটা চৰাই মাৰিলোঁ। এটাক তেতিয়া তাতেই ৰান্ধিলোঁ। কুকুৰটোক বান্ধি থলোঁ।

শুকান মাটি ডোখৰৰ ওপৰত শুই শুই খাবলৈ ধৰোঁ। পৃথিৱী নীৰৱ হৈ আছে, মাথোঁ বতাহৰ এটা মৃদু নিশ্বাস আৰু অ'ত ত'ত চৰাই-বোৰৰ কিৰিলি শুনো। তাতে শুই থাকোঁ আৰু দেখো গছৰ ডালবোৰ বতাহত লৰিবলৈ ধৰিছে। দুষ্ট বতাহে ডালে ডালে পৰাগ কণাবোৰ লৈ ফুৰিছে আৰু ফুলবোৰৰ বুকু তাৰে পূৰ্ণ কৰি দিছে। গোটেইখন বননি আনন্দৰ ঢৌৱে খলক লগাই দিছে। গছৰ ডালটোত এটা সেউ-জীয়া পলুৱে বগাই ফুৰিবলৈ ধৰিছে। অবিশ্ৰান্ত গতি, একোকে যেন দেখা নেপায়; মাজে মাজে শূন্যলৈ মূৰটো দাঙি ইফালে সিফালে হালে, কি জানো ধৰিবলৈ খোজে। এদাল নীলা সূতাৰে কোনোবাই যেন

ডালটো চিলাই কৰিবলৈ ধৰিছে। জানোঁছা সন্ধিয়া হলেহে তাৰ গতিৰ বিৰাম হয়।

আগৰ দৰেই সকলো নীৰৱ। উঠোঁ, খোজ কাঢ়োঁ, আকৌ বহোঁ, আকৌ উঠোঁ। চাৰি বাজিবৰ হ'লহি। ছয় বজাত ঘৰমুৱা হ'ম, চাওঁ-চোন কাৰোবাক লগ পাওঁৱেই কিজানি! আৰু দুঘন্টা অপেক্ষা কৰিব লাগিব। নাই, থাকিবলৈ আৰু মন নোহোৱা হৈছে। কাপোৰৰপৰা খেৰ-কুটা, ধূলি আদি জোকাৰি পেলাওঁ। যি ফালেদি অহা-যোৱা কৰোঁ সকলোবোৰ চিনো। গছ-গছনি, শিল আদি আগৰ দৰেই তেনেকৈ নিস্তব্ধ হৈ আছে। খোজ কাঢ়োঁতে ভৰিৰ তলত পাতবোৰ মৰমৰকৈ উঠে। এই চিনাকি গছ-গছনি, শিল আদিয়ে মোৰ মনৰ বহুখিনি ঠাই অধিকাৰ কৰি আছে। গোটেই অন্তৰখন অব্যক্ত ধন্যবাদেৰে ভৰপূৰ হৈ পৰে। সকলোৰে মোৰ প্ৰতি প্ৰসন্ন, আটাইৰে লগত মোৰ মিলা-প্ৰীতি, মই ভাল পাওঁ আটাইকে। শুকাই যোৱা পাত-ঠানি এডাল বুটলি লওঁ, বহি বহি সেইদালৰ পিনে চাই থাকো, আৰু মোৰ নিজৰ ভাবত নিজে মগ্ন হৈ পৰোঁ। পাত-ঠানিডাল পচিবলৈ আৰম্ভ কৰিছে, তাৰ জীৰ্ণ বাকলিখিনিয়ে মোৰ অন্তৰখন স্পৰ্শ কৰে, হিয়াখন কৰুণাৰে উপচি পৰে। উঠি থিয় হওঁ। ডালটো আঁতৰবলৈ দলিয়াই নেপেলাওঁ তাতে তাক লাহেকৈ শুৱাই থওঁ, অন্তৰত কৰুণা ওপজে, সেইদালৰ পিনে চাই থাকোঁ। আকৌ এবাৰ,—গুচি অহাৰ আগেয়ে আকৌ এবাৰ তাক চাওঁ, চকু ছলছলীয়া হৈ উঠে। তাক অকলে তাত থৈ আহোঁ।

পাঁচ বাজিল। বেলি চাই আজি সময় ঠিক কৰিব পৰা নাই। গোটেই দিনটো পশ্চিম মুখে খোজ কাঢ়িছোঁ। পঁজাটোৰ ওচৰত ৰ'দ পৰা মোৰ চিনাকি চিনটোত ছাঁ পৰাৰ আধা ঘন্টা আগেয়ে ঘৰ পাওঁহি। জানো, তথাপি ভাবোঁ ছয় বাজিবলৈ এতিয়াও এঘন্টা সময় আছে। সেই দেখি আকৌ অলপ ঘূৰি-পকি ফুৰোঁ। ভৰিৰ তলত পাতবোৰ আকৌ মৰমৰাই উঠে। তেনেকৈয়ে এটা ঘন্টা যায়।

সৰু নিজবাটোৰ পিনে চাওঁ, আৰু চাওঁ গোটেই শীতকালটো বৰফে ঢাকি থোৱা সেই সৰু কাৰখানাটোৰ পিনে। অলপ পৰ ৰওঁ। কাৰখানাটো চলিব লাগিছে। "বহুত পৰ বাহিৰত আছোঁ,"—জোৰেৰে কওঁ। অন্তৰত যেন এটা ব্যথা অনুভৱ কৰোঁ। তৎক্ষণাত উভতি ঘৰমুৱা হৈ খোজ লওঁ। বহুত পৰ বাহিৰত আছোঁ,—এই কথাটোৱে বাৰে বাৰে মনত ভুমুকি মাৰে। বেগেৰে খোজ কাঢ়ো, তাৰ পিছত লৰ ধৰোঁ। ঈছপে বুজিলে কিবা যেন এটা হৈছে। চামৰাৰ পেটিদালত



ধৰি টানে, মোক টানি লৈ যায়। —[illegible]ও, বৰ খৰধৰ লগাই দিয়ে। শুকান পাতবোৰ আমাৰ কেউপিনে মৰমৰকৈ উঠে। যেতিয়া আমি বননিৰ কাষলৈ আহিলোঁ, তাত কাকো নেদেখিলোঁ। সকলো নিজম হৈ আছে; তাত কোনো নাই।

"ইয়াত কোনো নাই,"—নিজকে নিজে কওঁ। যাওক বাৰু, মনত যিমান বেয়া লাগিব বুলি ভাবিছিলোঁ, তিমান একো নেলাগিল।

বেছি পৰ নেথাকিলোঁ। খোজ ললোঁ। চিন্তাত মগ্ন হৈ গৈ থাকোতে পঁজাটো পাৰ হৈ গৈ একেবাৰে ছিৰিলেও ওলালোঁগৈ, লগত মোৰ ঈছপ, মোনাটো আৰু বন্দুকটো,—এয়েই মোৰ সকলো সম্পত্তি।

ম্যাকে মোক আন্তৰিক বন্ধুতাৰে আদৰি নিলে। ৰাতিৰ সাজ তাতেই খাবলৈ মোক অনুৰোধ কৰিলে।

## সাত

যিবোৰ মানুহক লগ পাওঁ, তেওঁলোকৰ মন বোধকৰোঁ বেছ বুজিব পাৰোঁ,—আকৌ একোকে নুবুজোও কিজানি। বিদ্যা-বুদ্ধি মোৰ বেছি নাই, বুধিয়কো নহওঁ, তথাপি যেতিয়া মোৰ দিনবোৰ ভালেৰে যায়, মই মনতে ভাবোঁ, মই যেন তেওঁলোকৰ অন্তৰ ফট্‌ফটীয়াকৈ দেখিবলৈ পাওঁ। এটা কোঠালিতে আটাইকেজন বহোঁ,—কেজনমান মতা মানুহ, কেজনীমান তিৰোতা আৰু মই। তেওঁলোকৰ মনত কি ভাব খেলিছে, তেওঁলোকে মোৰ বিষয়ে কি ভাবিছে, সকলো যেন মই বুজিব পাৰোঁ। তেওঁলোকৰ চকুৰ দীপ্তি সালসলনি হয়, মাজে মাজে গালবোৰ ৰঙচুৱা হৈ উঠে, কেতিয়াবা কেতিয়াবা আনপিনে চোৱাৰ ছল কৰি লুকাই লুকাই মোক চায়। মই এই সকলোবোৰ লক্ষ্য কৰোঁ। কোনেও সপোনতো নেভাবে যে মই তেওঁলোকৰ অন্তৰৰ সন্ধান পাইছোঁ,—সকলো দেখিবলৈ পাইছোঁ। আজি কেবছৰমান ধৰি মই অনুভৱ কৰিবলৈ ধৰিছোঁ, যেন যিবোৰ মানুহক মই লগ পাওঁ, তেওঁলোক আটাইৰে অন্তৰকেখন দেখা পাওঁ। জানোঁছা সকলো ভুল,—তেনে নহয়।...

গোটেই সন্ধিয়াটো ম্যাকৰ ঘৰতে কটালোঁ। কেতিয়াবাই গুচি আহিব পাৰিলোঁহেঁতেন। তাত বেছি পৰ বহি থাকিবলৈ ভাল লগা নাছিল। কিন্তু মোৰ গোটেইখন অন্তৰে সেই ফালেই আহিবলৈ ধাউতি

মেলা নাছিলনে ? এতিয়াই [illegible] গুচি যাওঁ কেনেকৈ ? হুইষ্ট খেলিলোঁ। খাই-বই উঠি তাড়ি খালোঁ। আনবোৰৰ পিনে পিঠি দি বহিছিলোঁ, মোৰ মূৰটো সন্মুখৰ পিনে দোঁ খাই পৰিছিল। মোৰ পিছ ফালেদি এডৱাৰ্ডাই অহা-যোৱা কৰিবলৈ ধৰিছে। ডাক্তৰ ঘৰলৈ গৈছে।

ম্যাকে তেওঁৰ নতুন নতুন লেম্পবোৰ মোক দেখুৱালে। সেইবোৰ দেখিবলৈ বৰ ধুনীয়া। চাকিবোৰৰ তলিত গধূৰ সীহপাত লগোৱা আছে। কিবা দুৰ্ঘটনা হব বুলি ম্যাকে নিজেই নিতৌ সন্ধিয়া সেইবোৰ জ্বলায়। ম্যাকে এবাৰ নে দুবাৰ তেওঁৰ ককাদেউতাক 'কনছাল'ৰ কথাও কলে।

আঙুলিৰে তেওঁৰ কামিজটোত থকা হীৰাডোখৰ দেখুৱাই কলে,—"এই ব্ৰুচপিনটো কাৰ্ল জোহানে আপোন হাতেৰে মোৰ ককাদেউতা কনছাল ম্যাকক দিছিল।" ম্যাকৰ ঘৈণীয়েক চুকাইছে। আন এটা কোঠালিত তেওঁৰ আঁৰি থোৱা ফটোখন দেখুৱালে। এগৰাকী সম্ভ্ৰান্ত তিৰোতা, মূৰত লেছ থকা টুপি, মুখত এটা মিচিকিয়া হাঁহি। সেই কোঠালিটোতে এটা কিতাপৰ ঠাকত কেতবোৰ পুৰণি ফৰাচী কিতাপ, উত্তৰাধিকাৰ সূত্ৰে পোৱা সম্পত্তি বোধকৰোঁ। কিতাপবোৰৰ মাজত কেখনমান শিক্ষা সম্বন্ধীয় কিতাপো আছে। ম্যাকৰ বিদ্যা-বুদ্ধি অলপ আছিল হবলা!

হুইষ্ট খেলা দলত যোগ দিবলৈ ভঁড়াল ঘৰৰপৰা তেওঁৰ সহকাৰী কৰ্মচাৰী দুজনকো মাতি পঠিয়ালে। সিহঁতে ভয় ভয় কৰি লাহে লাহে খেলিবলৈ ধৰে। খুব সাৱধানে হিছাপ কৰে তথাপি ভুল কৰে। এজনক হাতত ধৰি ধৰি এডৱাৰ্ডাই নিজে দেখুৱাই দিবলৈ ধৰিলে।

মোৰ গিলাছটো লুটি খাই পৰিল। বৰ লাজ পালোঁ, উঠি থিয় হলোঁ। এডৱাৰ্ডাই খিলখিলকৈ হাঁহি দিলে। ক'লে বাৰু বাৰু, সেয়া একো নহয়।

আটায়ে হাঁহি হাঁহি মোক আশ্বস্ত কৰিলে যে সেয়া একো নহয়। গাটো মচি পেলাবলৈ গামোচা এখন দিলে। আকৌ খেলিবলৈ ধৰিলোঁ। চাওঁতে চাওঁতেই এঘাৰ বাজিল।

এডৱাৰ্ডাৰ হাঁহি শুনি মনত এটা ব্যথা অনুভৱ কৰোঁ। তেওঁৰ পিনে চালোঁ। তেওঁৰ মুখখন যেন আৰু আগৰ দৰে সুন্দৰ হৈ থকা নাই। অৱশেষত ম্যাকে খেলখন ভাঙি দিলে, ক'লে তেওঁৰ সহকাৰী দুজনৰ হেনো শুবলৈ যাবৰ সময় হৈছে। তাৰ পিছত তেওঁ ছোফাখনত আউজি বহিল। ঘৰৰ সন্মুখত এখন চাইনবোৰ্ড দিবলৈ খোজে।



কেনে ধৰণৰ চাইনবোৰ্ড দিয়া যায় আৰু কেনেকুৱা ৰঙে আটাইতকৈ ভাল শুৱাব বুলি মই ভাবোঁ, সেই বিষয়ে মোৰ পৰামৰ্শ সোধে। এইবোৰ একোৱে মোৰ ভাল লগা নাছিল। একো নভবা নিশ্চিন্তাকৈয়ে উত্তৰ দিলোঁ,—'ক'লা'।

ম্যাক তৎক্ষণাত সন্মত হ'ল। কলে, "ক'লা ? এৰা ময়ো ঠিক তাকেই ভাবিছিলোঁ। ডাঠ ক'লা আখৰেৰে লিখা, 'লোণ আৰু পিপা', সুন্দৰ হব দেখিবলৈ। এডৱাৰ্ডা, তোমাৰ শুবলৈ যাবৰ সময় হোৱা নাই নে?"

এডৱাৰ্ডাই আমাৰ পৰা বিদায় লৈ গুচি গ'ল। আমি বহি থাকিলোঁ। যোৱা বছৰ খোলা ৰেল লাইনৰ কথা আৰু প্ৰথম টেলিগ্ৰাম লাইনৰ কথা কবলৈ আৰম্ভ কৰিলে।

"ইয়াত টেলিগ্ৰাফ লাইন খুলিলে কিমান ডাঙৰ কথা হব ভাবি চাইছানে ?" ম্যাকৰ প্ৰশ্নৰ কোনোৱে উত্তৰ নিদিয়াত, তেওঁ আকৌ কবলৈ ধৰিলে,—"সময়ৰ সোঁতত এনেকৈয়ে হয়। মোৰ ছিয়াল্লিছ বছৰ বয়স হ'ল। চুলি ডাড়ি পকিল। তুমি মোক দিনত দেখিলে হয়তো ডেকা মানুহ বুলি কবা, কিন্তু সন্ধিয়া যেতিয়া অকলে অকলে বহি থাকোঁ, তেতিয়া এটা কথা মই বৰকৈ ভাবোঁ। ভাবোঁ আৰু বহি বহি "পেছান্স" খেলোঁ।"

মই যেন তেওঁৰ চকুযুৰিৰ ভাষা বুজিব পাৰোঁ। তেওঁ বহি থকা ঠাইখিনিৰ পৰা উঠি গৈ খিৰিকীখনৰ মুখত থিয় হৈ বাহিৰলৈ চাই পঠিয়ালে। অলপমান আগলৈ হালিলে। তেওঁৰ ডিঙিৰ পিছ-ফাল নোমাল। ময়ো উঠিলোঁ। তেওঁ কেউপিনে চালে আৰু তাৰ পিছত মোৰ পিনে খোজ ললে। তেওঁৰ ভৰিত সেই দীঘলীয়া জোতা-যোৰ। ৱেষ্টকোটৰ জেপত বুঢ়া আঙুলি দুটা সুমাই লৈ হাত দুখন অলপমান লৰালে। যেন সেই দুখন তেওঁৰ পাখিহে। তাৰ পিছত হাঁহিলে। প্ৰয়োজন হলে তেওঁৰ নাওখনকে আকৌ নিবলৈ মোক কলে।

"অলপমান ৰ'বা, ময়ো তোমাৰ লগতে যাম।" এইবুলি কৈ চাকিবোৰ নুমাই দিলে।

আমি ওলাই আহিলোঁ।

কমাৰৰ ঘৰৰ পিনে যোৱা বাটটো দেখুৱাই তেওঁ কলে, "এই বাটেৰে ব'লা,—চমু হব।"

"নহয়, সেই ঘাটৰ বাটটোৰে ঘূৰি গলেহে চমু হব।" ইয়াকে লৈ অলপ তৰ্ক হ'ল। কোনো কাৰো কথাত মান্তি নহ'ল।

চয়কৈ জানিছিলোঁ যে মোৰটোহে পোন বাট, তথাপি কিয় আনটো বাটৰহে কথা কয়, বুজি নেপাওঁ। অৱশেষত প্ৰত্যেকে নিজৰ বাটেৰে যাওক, যিজনে আগেয়ে পায়গৈ তেওঁ আনজনৰ বাবে পঁজাটোত অপেক্ষা কৰিব।

দুয়ো-ৰাওনা হলোঁ। চাওঁতে চাওঁতেই তেওঁ বননিৰ আঁৰত লুকাই পৰিল।

আগেপিছে যেনেকৈ খোজ কাঢ়ো, তেনেকৈয়ে খোজ কাঢ়ি যাবলৈ ধৰিলোঁ। ভাবিলোঁ, নিশ্চয় পাঁচ মিনিটমান আগেয়ে পাম গৈ। যেতিয়া পঁজাটো পালোঁহি, দেখিলোঁ তেওঁ আগেয়ে আহি বহি আছে। মোক দেখিয়েই চিঞৰ মাৰি কলে,—কিহে, মই নকৈছিলোঁনে? মই সদায় এইফালেদি অহা-যোৱা কৰোঁ,—এইটোৱেই আটাইতকৈ চমু বাট।

আচৰিত হৈ তেওঁৰ ফালে চালোঁ। তেওঁৰ ভাগৰ লগা নাই। লৰি-ঢাপৰি অহা যেনো নেদেখি। বেছিপৰ নেথাকিল। শুভৰাত্ৰি জনাই যিফালেদি আহিছিল সেই ফালেদিয়েই গুচি গ'ল।

তাতে থিয় দি থাকিলোঁ। মনতে ভাবিলোঁ, উঃ বৰ আচৰিত কথা। দূৰত্বৰ বিষয়ে মোৰ বেছ ধাৰণা আছিল বুলিয়েই মই ভাবিছিলোঁ। সেই দুয়োটা বাটেৰেই মই কতবাৰ অহা-যোৱা কৰিছোঁ। তুমি আকৌ ভাল মানুহটো সাজি দুষ্টালিত লাগিছা, নহয়নে ম্যাক? এই সকলোখিনি কথাই ফাঁকি নেকি?

মই তেওঁৰ পিঠিখন দেখিলোঁ। তেওঁ লাহে লাহে বননিৰ আঁৰত লুকাই পৰোঁ পৰোঁ হৈছে। তৎক্ষণাত মই তেওঁৰ পাছ ললোঁ। খুব বেগেৰে, কিন্তু বৰ সন্তৰ্পণে যাবলৈ ধৰিছোঁ। গোটেই বাটটোৱে মুখখন মচি মচি যাবলৈ ধৰিছে। লৰি অহা যে নাছিল এই কথা এতিয়া আৰু মই বিশ্বাস নকৰোঁ। এতিয়া খুব লাহে লাহে খোজ কাঢ়োঁ আৰু খুব মনোযোগেৰে তেওঁক লক্ষ্য কৰোঁ। কমাৰৰ ঘৰৰ সন্মুখত ৰ'ল। মই লুকালোঁ। ঘৰৰ দুৱাৰখন মেল খালে আৰু ম্যাক ভিতৰলৈ সোমাল।

সাগৰ আৰু ঘাঁহৰ পিনে চাওঁ। ৰাতি এক বাজিছে।

## আঠ

নিশ্চিন্তভাৱে কেদিনমান গ'ল। মোৰ সঙ্গী হৈছে এই বননিখন আৰু অসীম নিৰ্জনতা। এনেদৰে নিঃসঙ্গ হৈ থকাটো কেনে আগে নেজানিছিলোঁ। এতিয়া বসন্তকালৰ পূৰ্ণ সমাৰোহ। নানা তৰহৰ



ফুল ফুলি কেউদিশ আমোলমোলাই গৈছে, চৰাইবোৰে ৰংমনে গীত ধৰিছে,—আটাইবোৰ চৰাইকে চিনি পাওঁ। নিৰ্জনতা ভাঙিবৰ কাৰণে মাজে মাজে জেপৰপৰা দুটা মুদ্ৰা উলিয়াই লৈ বজাওঁ, নিজকে নিজে ভাবোঁ, যদি ডাইডেৰিক আৰু ইছেলিন আহি সন্মুখত ওলায়হি, কেনে হয় বাৰু?

ৰাতি হৈ আহে। বেলিয়ে সাগৰত ডুব দিয়ে। সেই ৰাতিবোৰ মোৰ যেনেহে লাগিছিল, কলে কোনেও বিশ্বাস নকৰিব। প্যানে সৌ গছডালত বহি মই কি কৰোঁ চাব লাগিছে নেকি? তেওঁ যেন ভুৰু কোঁচ খুৱাই মোলৈ চাই পঠিয়াইছে। গোটেই গছডাল তেওঁৰ নীৰৱ হাঁহিৰ কঁপনিত আলোড়িত হয়। মোৰ উদ্‌ভ্ৰান্ত চিন্তাৰ সোঁত দেখি নীৰৱে হাহোঁ।

বননিৰ কেউপিনে এটা মৰ্মৰ ধ্বনি, পশুবোৰে জোৰেৰে নিশ্বাস পেলায়, চৰাইবোৰে ইটোৱে সিটোক মাতে, সিহঁতৰ কিৰিলিত বতাহ আনন্দত কঁপি কঁপি উঠে। মে-বাগ চৰাইৰ উৰিবৰ সময় আহিল। সিহঁতৰ অস্পষ্ট গুঞ্জন ৰাতিৰ পোকবোৰৰ গুণগুণনিৰ লগত মিহলি হৈ বননিখনৰ কেউপিনে এটা অস্ফুট স্বৰ উঠিছে। ইয়াত শুনিবলৈ ইমান কথা আছে! তিনি ৰাতি মই শোৱা নাই, মাথোঁ ডাইডেৰিক আৰু ইছেলিনৰ কথা ভাবিছোঁ। সিহঁত কিজানি আহি পায়হিহে লাগে, মনতে ভাবোঁ। ইছেলিনে ডাইডেৰিকক গছ এড়ালৰ গুৰিলৈ লৈ গৈ কব, "ইয়াতে ৰৈ থাকা ডাইডেৰিক, পহৰা দিয়া। মই এই চিকাৰীজনৰ হতুৱাই মোৰ জোতাৰ ফিতা বন্ধাই ল'ম।"

সেই চিকাৰীজন ময়েই। মোলৈ তেওঁ এনেদৰে চাব যাতে মই সেই দৃষ্টিৰ অৰ্থ বুজিব পাৰোঁ। কেতিয়া তেওঁ আহে, মোৰ অন্তৰে তাক জানে, তেতিয়া আৰু হিয়াখন নকঁপে, ঘন্টাৰ দৰে বাজিবলৈ ধৰে। কাপোৰৰ তলত ভৰিৰ পৰা মূৰলৈকে তেওঁৰ গোটেইটো গা নগ্ন। তেওঁৰ গাত মোৰ হাতখন থওঁ।

"মোৰ জোতাৰ ফিতা বান্ধি দিয়া,"—তেওঁ কয়। গালদুখন গোলাপ ফুলৰ পাহৰ দৰে ৰঙচুৱা হয়। অলপ বেলি পিছত মোৰ মুখৰ, মোৰ ওঠৰ ওচৰলৈ মুখখন আনি ফাছফুছকৈ কয়,—"অ', তুমি মোৰ জোতাৰ ফিতা বান্ধি নিদিয়া? মোক তুমি ভালপোৱা, নহয় নে? তুমি নাবান্ধা নে, নাবান্ধানে তুমি মোৰ···"

বেলিয়ে সাগৰত ডুব দিয়ে, আকৌ উজ্জ্বল ৰঙা হৈ উঠে, যেন পানী খাবলৈহে ডুব মাৰিছিল। অস্ফুট গুণগুণনিৰে আকাশ-বতাহ পূৰ্ণ।

এঘন্টা হৈ যায়। মোৰ মুখৰ ওচৰলৈ মুখখন আনি কয়,—"এতিয়া আৰু তোমাক এৰি থৈ যাব লাগিব।"

তেওঁ যায়। উভতি উভতি মোৰ পিনে চাই হাত জোকাৰে। মুখখন তেতিয়াও ৰঙা পৰি আছে। মুখখন কোমল,—বিমল আনন্দেৰে ভৰা। আকৌ উভতি চায়, আকৌ হাত জোকাৰে।

ডাইডেৰিক গছৰ আঁৰৰ পৰা ওলাই আহি সোধে,—"কি কৰিছা, ইছেলিন? মই দেখিলোঁহে তেওঁ।"

ইছেলিনে কয়,—"কি দেখিলা তুমি ডাইডেৰিক? মইতো একো কৰা নাই?"

"দেখিছোঁ, ইছেলিন, তুমি কি কৰিছা। মই দেখিছোঁ,—দেখিছোঁ।"

তাৰ পিছত ইছেলিনৰ প্ৰাণ খোলা হাঁহিৰ খলকনি বনে বনে প্ৰতিধ্বনিত হয়। ডাইডেৰিকৰ লগত যায়। গোটেই গাটো আনন্দত উথলি উঠে। এটা পুলক শিহৰণ বৈ যায়। কলৈ যায়? কোনোবা মৰণশীল মানুহৰ ওচৰলৈ, বননিৰ কোনোবা চিকাৰীৰ কাষলৈ।

মাজ নিশা। ঈছপে তাৰ বান্ধোন খুলি গৈ চিকাৰ বিচাৰি ফুৰিছে। পাহাৰৰ মাজৰ পৰা তাৰ ভুকনি শুনিলোঁ। তাক গৈ ধৰি আনিলোঁ। তেতিয়া ৰাতি এক বাজিছে। এজনী ছোৱালীয়ে ছাগলী চৰাই আহিছে। মোজাযোৰ এবাৰ বান্ধি ললে, গুনগুনাই গীত এটা গায় আৰু কেউপিনে ঘূৰি চায়। কিন্তু ছাগলীবোৰ ক'তা? এই মাজনিশা বননিৰ মাজত কি কৰিছিল তেওঁ? হয়তো অস্থিৰ হৈ ঘূৰি ফুৰিছিল মনৰ আনন্দত, কোনে জানে? সেয়া তেওঁৰ নিজৰ কথা। ভাবিলোঁ নিশ্চয় তেওঁ বননিৰ মাজত ঈছপৰ চিঞৰ শুনিছে আৰু ভাবিছে মই বাহিৰলৈ ওলাইছোঁ।

ওচৰলৈ আহোঁতে মই থিয় হলোঁ। তেওঁৰ পিনে চালোঁ। সুন্দৰ অকণমানি লাহৰী ছোৱালীজনী। ঈছপেও তেওঁৰ মুখৰ পিনে চাই আছে।

"ক'ৰ পৰা আহিছা?"—মই সোধো।

"কাৰখানাৰ পৰা,"—ছোৱালীজনীয়ে ক'লে।

কিন্তু ইমান ৰাতি কাৰখানাত তেওঁ কি কৰে?

"ইমান ৰাতি বননিৰ মাজলৈ আহিবলৈ ভয় নোলাগেনে তোমাৰ? তুমি ইমান লাহী, ইমান অকণমানি!"

তেওঁ হাঁহে আৰু কয়—"মই তিমান সৰু নহয়। মোৰ বয়স ঊনৈশ বছৰ।"



কিন্তু তেওঁৰ ঊনৈশ বছৰ কেতিয়াও হব নোৱাৰে। নিশ্চয় দুবছৰ মিছাকৈ বঢ়াই কৈছে। তেওঁৰ বয়স মুঠেই সোতৰ বছৰ।

মই কলোঁ,—"বহা, তোমাৰ নাম কি?"

মোৰ ওচৰতে বহিল। লাজতে ৰঙা পৰি উঠে। কলে, তেওঁৰ নাম হেন্‌ৰিয়েট।

"তোমাক কোনোবাই ভাল পায়নে হেন্‌ৰিয়েট? কোনোবাই তোমাক বুকুৰ মাজত সাৱটি লৈছে নে?"

"এৰা।"—চকুৰে মুখে লাজ বিৰিঙি পৰে। মিচিকিয়াই হাঁহে।

"কেইবাৰ?"

মনে মনে থাকে।

"কেইবাৰ?"—আকৌ সোধো।

লাহেকৈ কয়,—"দুবাৰ।"

তেওঁক বুকুৰ ওচৰলৈ টানি আনিলোঁ আৰু সুধিলোঁ,— "কেনেকৈ সাৱটি লৈছিল? এনেকৈয়ে নে?"

"এৰা,"—ফাছফুছকৈ কয়,—অলপমান কঁপে।

চাৰি বাজিল।

"সোনকালেই বৰষুণ আহিব।"—মই কলো।

"কিমান বাজিল?"

বেলিটোলৈ চাই ক'লোঁ,—পাঁচমান বাজিছে।

"ৰ'দলৈ চাই ইমান ঠিককৈ কব পাৰানে?"

"পাৰোঁ।"

"আৰু যেতিয়া ৰ'দ নেথাকে, তেতিয়া কেনেকৈ কোৱা?"

"তেতিয়া আন আন বস্তুলৈ চাই কওঁ। জোৱাৰ-ভাঁটা চাই, ঘাঁহৰ ৰং বদলি হোৱা দেখি, চৰাইৰ গান শুনি, সন্ধিয়া জঁয় পৰি যোৱা কেতবোৰ ফুল দেখি, সময়ৰ কথা কব পাৰোঁ। পাতবোৰ কেতিয়াবা গাঢ় সেউজীয়া, কেতিয়াবা পাতল সেউজীয়া হয়। তদুপৰি মই অনুভৱ কৰিব পাৰো।"

## ন

বৰষুণ আহেহে লাগে। বিদায় লৈ খোজ লওঁ। বাটটোৰ মূৰতে এডৱাৰ্ডাক লগ পাওঁ। মই ৰলোঁ। তেওঁক সম্ভাষণ জনালোঁ। তেওঁ মোক সুধিলে মই কেলেই এই ঠাইখনলৈ আহিছোঁ, কেলেই চিকাৰ কৰি ফুৰোঁ, কেলেই এইটো কৰোঁ, কেলেই সেইটো কৰোঁ। খোৱাৰ কাৰণে

যিখিনি দৰকাৰ তাতকৈ বেছি নামাৰোঁ কেলেই ? কুকুৰটোক এলেহৰা কৰি ৰাখিছোঁ কেলেই ?

তেওঁক বৰ নম্ৰ দেখি। মুখখন ৰঙা। ভাবিলোঁ, মোৰ বিষয়ে নিশ্চয় কোনোবাই কিবা কৈছিল আৰু তাকে তেওঁ শুনিছে, তেওঁৰ নিজৰ ফালৰ পৰা এইবোৰ কথা সোধা নাই। তেওঁক বৰ নিঃসহায় যেন দেখি। মোৰ মনত পৰিল, তেওঁৰ মাক নাই। তেওঁৰ শীৰ্ণ বাহু দুখন দেখি মনতে ভাবোঁ, তেওঁৰ কোনেও যত্ন নলয়। এৰা মনত তেনেকুৱাই ভাব হয়।

এৰা, মই গুলীয়াই হত্যা কৰিবলৈ নহয়, জীৱন ধাৰণ কৰিবলৈহে আজি মোৰ মুঠেই এটা বন কুকুৰাৰহে দৰকাৰ আছিল, গতিকে মই দুটা নামাৰিলোঁ। কালিলৈ আৰু এটা মাৰিম। বেছিকৈ মাৰি লাভ কি ? বননিত থাকোঁ বননিৰ সন্তানৰ দৰে। জুন মাহৰ আগডোখৰত শহা পহু আৰু পাহাৰীয়া চৰাই পোৱা গৈছিল, এতিয়া গুলীয়াবলৈ একোৰেই নাই। এইবেলি মাছ মাৰিবলৈ ওলাম। মাছ খায়েই জীয়াই থাকিম। এডৱাৰ্ডাৰ দেউতাকৰ পৰা নাওখন লৈ তাকে বাই ফুৰিম। এৰা, সঁচাকৈয়ে, হত্যা কৰাৰ আনন্দত নহয়, মাথোঁ বননিত থাকিব লাগে বুলিয়েই গুলী এৰোঁ। মোৰ কাৰণে ই সুন্দৰ ঠাই। খাবৰ সময়ত পোন হৈ চেয়াৰত বহি খাব নেলাগে, মাটিতে দীঘল দি পৰি শুই শুই খাওঁ। তেতিয়া আৰু গিলাছ লুটিয়াই নেপেলাওঁ। বননিত মই যি ইচ্ছা তাকে কৰোঁ। মন গলে চিৎ হৈ চকু মুদি পৰি থাকোঁ। যিহকে মন যায় তাকে কওঁ। কেতিয়াবা কেতিয়াবা চিঞৰি চিঞৰি কথা কওঁ, কথাবোৰ বননিৰ অন্তৰত প্ৰতিধ্বনিত হৈ উঠে।

এইবোৰ কিবা বুজিছে নে নাই, মই তেওঁক সোধোঁ। তেওঁ বুজা বুলি কয়।

তেওঁৰ চকুযুৰি মোৰ ওপৰত ন্যস্ত হৈ থাকে। মই কবলৈ ধৰোঁ,—"এই বননিখনত মই কি কি দেখোঁ, তাক যদি জানিলাহেঁতেন! জাৰ কালি বৰফৰ ওপৰত খোজ কাঢ়ি ফুৰোঁতে কেতিয়াবা কেতিয়াবা বৰফৰ ওপৰত বনৰীয়া কুকুৰাৰ ভৰিৰ খোজৰ চিন দেখা পাওঁ। তাৰ পিছত হঠাতে সেই চিন নাইকিয়া হয়, ধোধকৰোঁ চৰাইটো উৰি গ'ল গৈ। সদায় কিবা নহয় কিবা এটা নতুনত্ব দেখোঁ। শৰৎ কালত



পপীয়া তৰাবোৰ দেখোঁ। অকলে বহি বহি ভাবোঁ,—কি সেইটো ? কোনোবা জগতৰ হঠাৎ তল ওপৰ হৈ গ'ল হবলা ? মোৰ চকুৰ আগতে কোনোবা পৃথিৱী ডোখৰ ডোখৰ হৈ গ'ল নেকি ? জীৱনত এই উল্কাপাত দেখিবলৈ মোক চকুৰ দৃষ্টি দিছে,—ভাবিয়েই কেনে সুখ লাগে! তাৰ পিছত জহকালি আহিলে ভাব হয়, প্ৰতিটো পাততে যেন একোটাকৈ পোকে বাঁহ বান্ধিছেহি। সিহঁতৰ কিছুমানৰ আকৌ পাখি নাই; সিহঁতে জগতত বিশেষ একো কাম কৰিব নোৱাৰে, সেই অকণমান পাতটোৱেই সিহঁতৰ সকলো, তাতেই ওপজে, তাতেই মৰে।"

"তাৰ পিছত মাজে মাজে নীলা মাখিবোৰ দেখোঁ। কিন্তু সিহঁত ইমান সৰু সৰু যে তাৰ বিষয়ে আৰু কি ক'ম ? তুমি এইবোৰ কথা বুজিছানে ?"

"এৰা, এৰা, মই বুজিছোঁ!"

"ভাল কথা। কেতিয়াবা কেতিয়াবা ঘাঁহৰ পিনে চাওঁ। কিজানি ঘাঁহেও মোৰ পিনে চায়,—কোনে কব ? অকলশৰীয়া ঘাঁহডাল দেখোঁ, অলপ অলপ কঁপিবলৈ ধৰিছে, মোৰ বিষয়ে কিবা হয়তো ভাবিছে। এডাল অকণমানি ঘাঁহ ইয়াত কঁপিব লাগিছে,—এই কথাটোকে মাথোঁ ভাবোঁ। যদি কেতিয়াবা ফাৰ গছডালৰ পিনে চকু পৰে, তাৰ ডাল এটাইও মোৰ মনটো চঞ্চল কৰে।"

তেওঁৰ পিনে চালোঁ। সন্মুখলৈ হালি পৰি শুনিব লাগিছে। মই যেন তেওঁক কথমপিহে চিনিব পাৰোঁ। ইমান তন্ময় হৈ পৰিছে যে নিজৰ বিষয়ে একো কবকে নোৱাৰে। তলৰ ওঁঠটো ওলমি পৰিছে,—দেখিবলৈ আপচু হৈছে।

তেওঁ হঠাৎ উঠি থিয় দিলে। বৰষুণৰ টোপাল পৰিবলৈ আৰম্ভ কৰিছে।

"বৰষুণ আহিল,—" মই কলোঁ।

"ও, এৰা, বৰষুণ দিছে,"—এই বুলি কৈয়েই গুচি গ'লগৈ।

ঘৰলৈকে গৈ আগবঢ়াই থোৱা নহ'ল। অকলে গুচি গ'ল। বেগাই পঁজাটোৰ পিনে আহিবলৈ ধৰিলোঁ। কেইমিনিটমান পিছত ধাৰাসাৰে বৰষুণ আহিবলৈ ধৰিলে। হঠাৎ শুনিবলৈ পালোঁ, কোনোবাই যেন মোৰ পিনে লৰি আহিছে। মই থিয় দিলোঁ। সন্মুখত এডৱাৰ্ডা।

ফোপাই ফোপাই কলে,—অ', কবলৈ পাহৰিছিলোঁ। আমি দ্বীপবোৰলৈ ফুৰিবলৈ যাম। ডাক্তৰ কালিলৈ আহিব। তোমাৰ সময় হব নে ?"

"কালিলৈ ? এৰা, মোৰ হাতত যথেষ্ট সময় আছে। যাব পাৰিম।"

"কবলৈ পাহৰি গৈছিলোঁ,—" তেওঁ আকৌ কয় আৰু হাঁহে।

তেওঁ গুচি গ'লগৈ। তেওঁৰ দীঘলীয়া লাহী কলাফুল দুটা চকুত পৰিল,—সুন্দৰ। ভৰি গাঠিৰ পৰা কলাফুললৈকে ভৰি দুখন তিতা। তেওঁৰ জোতাযোৰ ফাটি গৈছে।

## দহ

আৰু এদিনৰ কথা মোৰ ভালদৰে মনত আছে। সেই দিনা জহকালি মোৰ কাৰণেই আহিছিল। ৰাতি ভালকৈ নৌপুৱাওঁতেই বেলি উঠিল। সেমেকা ঠাইবোৰ শুকাই গ'ল। বৰষুণ জাক হৈ যোৱাৰ পিছত বতাহ মধুৰ আৰু কোমল হৈ পৰিছে।

গধূলি ঘাটৰ পিনে গৈছিলোঁ। পানী শান্ত হৈ আছে। ডেকা-গাভৰুহঁতে মাছ মাৰিবলৈ ধৰিছে। দ্বীপটোৰ পৰা সিহঁতৰ কথা আৰু হাঁহিৰ খলকনি শুনিবলৈ পাওঁ। সুখৰ সন্ধিয়া।

এৰা, সুখৰ সন্ধিয়া নহয়নো কি ? দুখন নাৱত দল বান্ধি গৈছোঁ,—লগত পাছি ভৰাই লৈছোঁ খোৱাবস্তু আৰু মদ, সঙ্গী হৈছে ফিৰফিৰীয়া সাজপাৰ পিন্ধা গাভৰু ছোৱালী কেগৰাকী। মনত ইমান আনন্দ লাগিছিল যে সুৰ এটা গুণগুণাবলৈ আৰম্ভ কৰিলোঁ।

নাৱত বহি বহি ভাবিছিলোঁ—এই ডেকা-গাভৰুহঁতৰ ঘৰ কত ? লেন্সমণ্ডৰ আৰু জিলাৰ ডাক্তৰৰ ছোৱালী কেগৰাকীৰ এজনী শিক্ষয়িত্ৰী হবলা, আৰু গীৰ্জাৰ কেগৰাকীমান মহিলা,—আগেয়ে এওঁলোকক কাকো দেখা নাই। তেওঁলোকৰ কাৰো লগতে মোৰ চিনাকি নাছিল, কিন্তু এনেকুৱা বন্ধুত্ব হৈ পৰিছিল যেন তেওঁলোক মোৰ বহু বছৰৰ চিনাকি। মাজে মাজে ভুলো কৰিছিলোঁ। সমাজত ফুৰা-চকা মোৰ অভ্যাস নাই। তেওঁলোকৰ লগত ইমান ঘনিষ্ঠতা অনুভৱ কৰিছিলোঁ যে মাজে মাজে গাভৰু ছোৱালীবোৰক 'তুমি' বুলি সম্বোধন কৰিছিলোঁ, কিন্তু তাৰ পৰা তেওঁলোকে মোৰ একো দোষ ধৰা নাছিল। আনকি কেতিয়াবা মই 'প্ৰিয়া' বা 'মোৰ প্ৰিয়া' বুলিও কৈ পেলাইছিলোঁ, কিন্তু তেওঁলোকে মোক তথাপি ক্ষমা কৰিছে, যেন শুনিবলৈকেই পোৱা নাই।



ম্যাকে তেওঁৰ ইস্ত্ৰি নকৰা কামিজটোকে পিন্ধিছে। কামিজটোৰ বুকুত সেই হীৰাডোখৰ ওলমি আছে। তেওঁৰ আজি 'দিলদৰিয়া মেজাজ' ওচৰৰ নাওখনৰ লগত চিক্ৰৰি চিক্ৰৰি কথা কৈছে।

"হেৰৌ বলিয়াহঁত, মদৰ পাছিটোৰ পিনে চকু ৰাখিবি। ডাক্তৰ, মদৰ কাৰণে কিন্তু তুমি দায়ী।"

ডাক্তৰে চিক্ৰৰি কয়,—"বাৰু, কোনো কথা নাই।"

ওচৰাওচৰি নাও দুখনৰ পৰা এই কথা-বতৰা আৰু চিক্ৰৰ-বাখৰ মোৰ শুনিবলৈ বৰ ভাল লাগিছিল। যোৱা কালি পিন্ধা কাপোৰকে এডৱাৰ্ডাই আজিও পিন্ধি আহিছে,—যেন তেওঁৰ আৰু আন সাজ পাৰ নাই, নাইবা থাকিলেও পিন্ধিব নোখোজে। তেওঁৰ জোতাযোৰো সেই একে। তেওঁৰ হাত দুখন তিমান পৰিষ্কাৰ নহয় যেন লাগিল। চৰাইৰ পাখি গুজি লোৱা নতুন টুপী এটা পিন্ধিছে। লগত সেই ৰং দিয়া জেকেট ছোলাটো লৈ আহিছে, তাকে পাতি লৈ বহিল।

পাৰলৈ উঠাৰ আগেয়ে ম্যাকৰ অনুৰোধমতে এটা গুলী এৰিলোঁ। দুটা চৰাই কিৰিলি পাৰি উৰি গ'ল। দ্বীপটোত ঘূৰি পকি ফুৰিবলৈ ধৰিলোঁ। কুলিবোৰে আমাক অভিনন্দন জনালে। ম্যাকে তেওঁৰ মানুহবোৰৰ লগত কথা-বতৰা পাতিবলৈ ধৰিলে। ডেইজি, মেৰিগোল্ড, হেয়াৰবেল আদি ফুলবোৰ ফুলি আছে, আমি সেইবোৰ বোতামৰ ফুটাত গুজি ললোঁ। পাৰত আৰু আকাশত অসংখ্য সাগৰ-চৰায়ে চিক্ৰৰি-বাখৰি ফুৰিবলৈ ধৰিছে। এডোখৰ ঘাঁহনিৰ ওপৰত তম্বু তৰিলোঁ। ওচৰত কেডালমান বাৰ্চগছ, তাৰ বাকলিবোৰ বগা। পাছিটো খোলা হ'ল। ম্যাকে বতলবোৰ তদাৰক কৰিবলৈ ধৰিলে। ফিৰফিৰীয়া সাজপাৰ, নীলা চকু, গিলাছৰ ঠুনঠুননি, সাগৰ, বগা পাল। অলপ গান গোৱাও হ'ল। গালবোৰ ৰঙা।

এঘন্টা পিছত। মোৰ মনত স্ফূৰ্তি লাগিছে। সৰু সৰু কথাবোৰেও মোৰ মনত আনন্দ দিয়ে। টুপীটোৰ পৰা ওৰণি এখন বতাহত কঁপে, এজনী ছোৱালীৰ চুলিবোৰ তললৈ নামি আহে, হাঁহিৰ পুলকত এযুৰি চকু মুদ খাই যায়,—মোৰ অন্তৰ পৰশি যায়। সেই দিন, সেই দিন।

"হেৰা লেফ্‌টেনেন্ট, মই শুনিছোঁ তোমাৰ হেনো এটা অকণমান অদ্ভুত পঁজা আছে, হয় নে ?"

"এৰা, এটা চৰাইৰ বাঁহ। মোৰ কাৰণে ঠিক হৈছে। ফ্ৰোকেন,

এদিন মোৰ তালৈ যাবাচোন। আন কতো এনেকুৱা পঁজা দেখিবলৈ নোপোৱা। তাৰ পিছফালে অগাধ বননি।”

আন এগৰাকী আছে, মিঠা মুখে সোধে,—“এইপিনে উত্তৰলৈ আগেয়ে আৰু অহা নাছিল নেকি?”

মই কওঁ,—“নাই। কিন্তু মই ইয়াৰ বিষয়ে সকলো জানো। ৰাতি মই পাহাৰ, পৃথিৱী আৰু বেলিৰ মুখামুখিকৈ থিয় হওঁ। খন্তেক ৰাৰু, আৰু কবিত্ব নকৰো। ইয়াত জহকালি এনে সুন্দৰ! এনিশা আমাৰ টোপনিৰ মাজত ইয়াৰ জন্ম। ৰাতিপুৱা সাৰ পাই উঠাৰ লগে লগে ই আমাক পৰশ কৰি যায়। মোৰ ঘৰটোত দুখন সৰু সৰু খিৰিকী আছে, তাৰে বাহিৰলৈ চাই পঠিয়াওঁ।”

আৰু এজনা আছে। তেওঁৰ মিঠা মাত, সৰু সৰু লাহি দুখনি হাত,—সুন্দৰী ছোৱালীজনী। তেওঁলোক আটাইকেজন কেনে ধুনীয়া! তেওঁ কয়,—ফুল সলনি কৰিবানে?” কপাল ফুলে।

হাতখন মেলি দি কওঁ,—কৰিম। আহা ফুল সলাওঁ। তোমাক ধন্যবাদ। তুমি ইমান ধুনীয়া। তোমাৰ মাতটো ইমান সুন্দৰ—তাকেই মই ইমান পৰে শুনি আছিলোঁ।”

তেতিয়াই তেওঁ হেয়াৰবেল ফুল কেইটা আঁতৰাই নিয়ে আৰু কয়—তুমি কি ভাবিছা? মই তোমাক একো কোৱা নাই।”

মোক একো কোৱা নাই। মই ভুল বুজিছিলোঁ বুলি মোৰ অন্তৰত আঘাত কৰে। ঘৰলৈ,—মোৰ সেই বহু দূৰত থকা পঁজাটোলৈ উভতি যাবৰ মন যায়। তালৈ গৈ মাথোঁ বতাহৰ কথা শুনো, — এনে ইচ্ছা হয়।

ঠিক সেই সময়তে কোনোবা যেন আমাৰ পিনেই আহিছে। আটায়ে তেওঁক দেখিলে, এডৱাৰ্ডা। তেওঁ একেবাৰে মোৰ ওচৰলৈকেই আহিল। হাত দুখনৰ মাজত মোৰ ডিঙিটো সুমুৱাই লৈ সাৱটি ধৰিলে, মোৰ ওঁঠত ঘনাই ঘনাই চুমা খাবলৈ ধৰিলে। প্ৰত্যেকবাৰ তেওঁ কিবা কয়, মই শুনিবলৈ নেপাওঁ। মই একো নুবুজোঁ। মোৰ হিয়াৰ স্পন্দন স্তব্ধ হৈ যায়,—মাথোঁ তেওঁৰ সেই ক্ষুধাৰ্ত দৃষ্টিৰ উত্তাপ অনুভৱ কৰো। তাৰ পিছত তেওঁ বান্ধোন খুলি দিয়ে তেওঁৰ কোমল বুকুখনি বৰকৈ উঠা নমা কৰে। অকণমানি হিয়াখন কঁপিবলৈ ধৰে। তেওঁৰ মুখখন আৰু ডিঙিটো সুন্দৰ, লনি, গাটো দীঘল, লাহৰী। চকুযুৰি উজ্জ্বল, উদাস। আটাইৰে চকু তেওঁৰ পিনে। এই দ্বিতীয়-



বাৰ তেওঁৰ ঘন ক'লা বৈ পৰা চেলাউৰি যুৰিৰ মাধুৰ্য্যত মুগ্ধ হলোঁ। চেলাউৰি যোৰ বেকা হৈ কপালৰ ওপৰলৈ উঠি গৈছে। আচৰিত,—তেওঁ আটাইৰে সন্মুখত মোক চুমা খালে।

“কি এডৱাৰ্ডা?”—মই সুধিলোঁ। মোৰ শোণিতত উন্মাদ নৃত্য আৰম্ভ হৈছে, ডিঙিৰে যেন নামি আহিছে, ভালকৈ ফুটাই কথা কব পৰা নাই। “একো নহয়,”—তেওঁ কয়। “ইচ্ছা হৈছিল, সেয়া একো নহয়।” টুপীটো খুলি চুলিবোৰ যন্ত্ৰ চালিতৰ দৰে হাতেৰে জুকিয়াই লওঁ আৰু তেওঁৰ পিনে চাই থাকোঁ। “একো নহয়?”

আঁতৰত ম্যাকে কিবা কৰলৈ ধৰিছে, আমি ইয়াৰপৰা তেওঁৰ কথা শুনা নেপাওঁ। ম্যাকে এইবোৰ একো দেখা নাই, এই বিষয়ে একো নেজানে, তাকে ভাবি মনত আনন্দ পাওঁ। সেই সময়ত তেওঁ দলটোৰ পৰা আঁতৰত থাকি ভালেই কৰিছিল। আনবোৰৰ ওচৰলৈ গৈ উদাসীনভাৱে হাঁহি হাঁহি কওঁ—“এক মুহূৰ্তৰ আগৰ মোৰ আচৰিত ব্যৱহাৰৰ বাবে মোক ক্ষমা কৰিব। তাৰ বাবে মই দুঃখিত। জোম্ফ্ৰু এডৱাৰ্ডাই দয়াকৰি মোৰ লগত ফুল সলনি কৰিব খুজিছিল, মই আত্ম-বিস্মৃত হৈ গৈছিলোঁ। মই তেওঁৰ আৰু আপোনালোকৰো, ক্ষমা ভিক্ষা কৰিছোঁ। আপোনালোকে মোৰ অৱস্থাত নিজক থিয় কৰাওক। মই অকলে থাকোঁ, মহিলা সমাজত ফুৰা চকাত মই মুঠেই অভ্যস্ত নহওঁ। তদুপৰি, ইমান পৰ মদ খাইছোঁ, তাতো মই অভ্যস্ত নহওঁ। এইবোৰ কথা ভাবিচিন্তি মোক ক্ষমা কৰিব।”

হাঁহিলোঁ। বাহিৰত ঔদাসীন্যৰ ভাৱো দেখুৱালোঁ, যেন সি এটা ধৰিবলগীয়া কথা নহয়, সহজেই পাহৰি যাব পাৰি। কিন্তু ভিতৰে ভিতৰে মোৰ মনটো গধুৰ হৈ উঠিল। মোৰ কথাই এডৱাৰ্ডাৰ মনত একো ছাঁ পেলাব নোৱাৰিলে, তেওঁ একো লুকুৱাবলৈকো চেষ্টা নকৰিলে। এই আকস্মিক আচৰণৰ বাবে এটা উত্তৰো নিদিলে। মোৰ ওচৰ চাপিহে বহিল আৰু মোৰ পিনে চাই থাকিল। মাজে মাজে মোৰ লগত দুই এটা কথা কলে। তাৰ পিছত যেতিয়া আমি ‘এক্কি’ খেলিবলৈ বহিলোঁ, তেওঁ কলে, মই লেফ্‌টেনান্ট গ্লানৰ লগত খেলিম, আনৰ লগত নেখেলোঁ।

“ইস দুষ্ট ছোৱালী, মনে মনে থাকাচোন,”—মই লাহেকৈ কলোঁ।

তেওঁ আচৰিত হ'ল, মুখখন শুকাই গ'ল। মনত দুখ পালে হবলা। পিছত লাজতে অলপমান হাঁহিলে। মোৰ মনটোত আঘাত

লাগিল। তেওঁৰ চকুযুৰিৰ অসহায় দৃষ্টি, ক্ষীণ লাহি শৰীৰ,— মই যেন নিজকে বান্ধি ৰাখিব নোৱাৰোঁ। মই যেন তেওঁৰ পিনে আকৰ্ষিত হবলৈ ধৰিছোঁ। তেওঁৰ পাতল দীঘল হাতখন মোৰ হাতৰ মাজত লৈ কলোঁ,—"পিছত, এতিয়া নহয়। কালিলৈ আকৌ লগ পাম দেই।"

## এঘাৰ

ৰাতি শুনিবলৈ পালোঁ, ঈছপে ভুকিবলৈ ধৰিছে। টোপনিৰ জাল ভঙা নাছিল। ঠিক সেই সময়ত গুলী এৰাৰ সপোন দেখিছিলোঁ, কুকুৰৰ ভুকনি সপোনৰ লগত খাপ খাই গৈছিল, গতিকে সাৰ নাপালোঁ। ৰাতি দু বজাত যেতিয়া পঁজাটোৰপৰা ওলাই আহিলোঁ, দেখিলোঁ ঘাঁহৰ ওপৰত দুখন ভৰিৰ চিন। কোনোবা তালৈ আহিছিল, প্ৰথমতে এখন খিৰিকীৰ মুখলৈ গৈছিল, তাৰ পিছত আনখনলৈ আহিছিল। বাটটোৰ ওপৰত ভৰিৰ চিন নোহোৱা হৈ গৈছে।

তেওঁ মোৰ পিনে আহিল। তেওঁৰ গাল দুখন গৰম, মুখখন উজ্জ্বল।

"তুমি বাট চাই আছা নেকি? মই ভাবিছিলোঁ তুমি কিজানি মোৰ কাৰণে প্ৰতীক্ষা কৰি থাকিব লাগিব।"

মইতো বাটচাই থকা নাছিলোঁ। তেৰেঁই মোতকৈ আগেয়ে বাটত থিয় দি আছেহি। "তোমাৰ ভাল টোপনি হৈছিল নে?"—মই সুধিলোঁ।

"উহু, টোপনি নাহিল। উজাগৰেই আছিলোঁ।" সিদিনা ৰাতি তেওঁ হেনো শোৱাই নাছিল, চকু মুদি চকী এখনত বহি আছিল। অলপমান ফুৰি আহিবলৈ এবাৰ ঘৰৰ বাহিৰ হৈ আহিছিল।

মই কলোঁ—"কালি ৰাতি কোনোবা মোৰ পঁজাটোৰ ওচৰলৈ আহিছিল। আজি ৰাতিপুৱা ঘাঁহৰ ওপৰত তেওঁৰ খোজৰ চিন দেখিছোঁ।

তেওঁৰ মুখখন ৰঙা হৈ উঠে। বাটৰ ওপৰতে মোৰ হাতখন তেওঁৰ হাতত তুলি লয়। একো কথা নকয়। মই তেওঁৰ পিনে চাই সোধো—"তুমিয়ে নেকি?"

"এৰা," মোৰ বুকুৰ মাজত মুখখন লুকুৱায়, আৰু কয়,—"ময়েই। আশাকৰোঁ তোমাৰ টোপনি ভাঙি দিয়া নাছিলোঁ। মই যিমান পাৰোঁ মনে মনে আহিছিলোঁ। এৰা, ময়েই। তোমাৰ ওচৰলৈ আকৌ মই আহিছিলোঁ। তোমাক ইমান ভাল পাওঁ।"



## বাৰ

সদায়, সদায় তেওঁক লগ পাওঁ। সঁচাকৈ কবলৈ হলে, তেওঁক লগ পালে বৰ ৰং পাওঁ। মোৰ হিয়াখন কোনোবা অজান দেশত উৰি ফুৰে। দুবছৰ আগৰ কথা। আজিকালি কেতিয়াবা ইচ্ছা গলেহে তাৰ বিষয়ে ভাবোঁ। সেই কথাবোৰে মোক আনন্দ দিয়ে,—বিভ্ৰান্ত কৰে। আৰু সেই সেউজীয়া পাখি দুটাৰ কথা,—সময়ত ক'ম।

নানা ঠাইত আমি লগ হওঁ। কাৰখানাত, বাটত, আনকি মোৰ পঁজাটোতো। য'তে মই লগ ধৰিবলৈ ইচ্ছা কৰোঁ, তালৈকেই তেওঁ আহে। সদায় প্ৰথমেই তেওঁ কয়, "শুভদিন।" ময়ো উত্তৰ দিওঁ, "শুভদিন"।

"তোমাক আজি বৰ সুখী দেখিছোঁ," তেওঁ কয়। তেওঁৰ চকুযুৰি চিক্‌মিকাই উঠে।

"এৰা মই সুখী। তোমাৰ কান্ধত সেইটো কিহবাৰ দাগ,—ধূলি, কিজানি আলিবাটৰ বোকাৰ দাগ। সেই অকণমান দাগটোত মই চুমা খাম। নহয়, নহয়, দিয়া, মই খাম। তোমাৰ বিষয়ে সকলো কথাই মোক এনেদৰে ছুই যায়, যেন মই মোহ মুগ্ধ হৈ থাকো। কালি ৰাতি মই শোৱা নাই।"

সঁচা কথা। কত নিশা, কত নিশা মই বিছনাত পৰি থাকো, টোপনি নাহে।

আমি ওচৰা-ওচৰিকৈ খোজ কাঢ়ি ফুৰো।

"তুমি কি ভাবা কোৱাচোন? মোক যেনেকুৱা বিচাৰা, ঠিক তেনেকুৱা পোৱানে? মই বেছি কথা কওঁ, নহয়নে? নহয়, তুমি সঁচাকৈয়ে কি ভাবা মোক কব লাগিব। কেতিয়াবা কেতিয়াবা মই ভাবোঁ যে ইয়াৰপৰা একো সুফল নহয়—"

"কি সুফল নহয়?"—মই সোধো।

"এই আমাৰ মাজত,—একো সুফল নহয়। তুমি বিশ্বাস কৰা বা নকৰা, ঠাণ্ডাত এতিয়া মোৰ কঁপনি ধৰিছে। যেতিয়াই তোমাৰ ওচৰলৈ আহোঁ মোৰ পিঠিখন বৰফৰ দৰে ঠাণ্ডা হৈ যোৱা যেন অনুভৱ কৰোঁ। আনন্দত।"

"মোৰো তেনে হয়। তোমাক যেতিয়া দেখোঁ মোৰ সৰ্বাঙ্গত এটা কঁপনি অনুভৱ কৰোঁ। কিন্তু ইয়াৰপৰা কিবা নহয় কিৱা সুফল

হবই। বাৰু, যি নহওক, আহা তোমাৰ পিঠিখনত হাত বুলাই দিওঁ, গৰম হব।"

অলপ অনিচ্ছা থাকিলেও পিঠিখন পাতি দিয়ে। এবাৰ ধেমালি কৰি অলপ জোৰেৰে চাপৰ এটা মাৰি দিওঁ আৰু হাহোঁ। তেওঁক সোধো, তাৰ পৰা তেওঁৰ খুব ভাল লাগিছেনে নাই।

"হেৰা, তোমাক কাবৌ কৰিছোঁ, যেতিয়া মই দিব নেলাগে বুলি কওঁ তেতিয়া আৰু নিদিবা দেই।"

আকৌ বাটটোৰে যাবলৈ আৰম্ভ কৰোঁ। মই এনে ধেমালি কৰা দেখি তেওঁ খং কৰিলে নেকি?—মই ভাবোঁ। বাৰু চাওঁচোন। মই কলোঁ,—"মোৰ কথা এটা মনত পৰিছে। এবাৰ "প্লেজ" পাৰ্টি এটালৈ গৈছিলোঁ। তাত এজনী গাভৰু ছোৱালীয়ে তেওঁৰ ডিঙিৰপৰা পাটৰ ৰুমালখন খুলি মোৰ ডিঙিত বান্ধি দিছিল। গধূলি তেওঁক কলোঁ,—"তোমাৰ ৰুমালখন কালি ওভোতাই দিম। ধুই নিকা কৰি দিম।" ছোৱালীজনীয়ে কলে,—"নহয়, এতিয়াই দিয়া। তুমি পিন্ধাৰ পিছত যেনেদৰে আছে ঠিক তেনেকৈয়ে তাক ৰাখিম।" তেওঁক সেইখন দিলোঁ। তিনিবছৰ পিছত সেই ছোৱালীজনীৰ লগত আকৌ দেখা হ'ল। "সেই ৰুমালখনলৈ মনত পৰেনে?" মই সুধিলোঁ। তেওঁ সেইখন উলিয়াই দেখুৱালে। এডোখৰ কাগজৰ মাজত ভাঁজ কৰি থৈ দিছে,-ধোৱা হোৱা নাই। মই নিজে দেখিছোঁ।"

এডৱাৰ্ডাই মোৰ পিনে চালে, আৰু সুধিলে,—"হয়নে? বাৰু, তাৰ পিছত?"

"আৰু নো কি। তাৰ পিছত আৰু একো নাই। কিন্তু, মনতে ভাবোঁ, কেনে সুন্দৰ!"

"সেই ছোৱালীজনী এতিয়া ক'ত?"

"বিদেশত।"

সেই বিষয়ে একো কথা নহ'ল। ঘৰলৈ যাবৰ সময়ত তেওঁ কলে,—"শুভৰাত্ৰি। কিন্তু তুমি সেই ছোৱালীজনীৰ বিষয়ে আৰু নেভাবিবা, বুজিছানে? মই তোমাৰ বাহিৰে আন কাকো নেভাবোঁ।'

মই তেওঁক বিশ্বাস কৰিলোঁ। মই ভাবিলোঁ, তেওঁ সেই কথা নিজৰ অন্তৰৰ পৰাই কৈছে। মোৰ বাহিৰে আন কাৰো কথা নেভাবে, মোৰ পক্ষে সেয়েই যথেষ্ট। তেওঁৰ পিছে পিছে যাবলৈ ধৰিলোঁ।

"ধন্যবাদ এডৱাৰ্ডা।" তাৰ পিছত গোটেই অন্তৰখন উজাৰ কৰি



দি কলোঁ—"তোমালোক আটায়ে মহিমান্বিতা। তোমালোকৰ তুলনাত মই একেবাৰেই নহওঁ। কিন্তু তুমি মোক বিচাৰা, তুমি মোক ওচৰ চপাই লোৱা, এইবোৰ কথা ভাবি কৃতজ্ঞতাত মোৰ হিয়া পূৰ্ণ হৈ উঠে, মোৰ অন্তৰখন তোমাৰ ওচৰত দোঁ খাই পৰে। আমাক স্ৰজোতাজনে তোমাৰ মঙ্গল কৰিব। তোমালোক কাৰোবে দৰে মই সুন্দৰ নহওঁ, মই জানো। কিন্তু মই তোমাৰ, সদায় তোমাৰেই,—অনন্ত জীৱনৰ কাৰণে তোমাৰ। কি ভাবিছা তুমি? তোমাৰ চকুত পানী কেলেই?"

"একো নহয়। 'তাৰ কাৰণে বিধাতাই তোমাৰ মঙ্গল কৰিব,'—কথাষাৰ শুনিবলৈ এনে আচৰিত লাগিছিল। তুমি এনেকুৱা কথাবোৰ কোৱা যে মই···। মই তোমাক ইমান ভাল পাওঁ।"

হঠাৎ তেওঁ হাত দুখনেৰে মোৰ ডিঙিটো আকোঁৱালি ধৰি বাটৰ মাজতেই মোক চুমা খালে—তপত চুমা।

তেওঁ গুচি গ'ল। মোৰ আনন্দ, মোৰ সুখ লৈ, মই অকলে থাকিব খোজো। বননিৰ মাজত লুকাওঁগৈ। কোনোবাই দেখিলেই কিজানি এই ভাবি খৰধৰকৈ আলিবাটলৈ ওলাই আহি চাওঁ। কাকো নেদেখিলোঁ।

## তেৰ

জহকালিৰ নিশা, স্থিৰ শান্ত পানী, আৰু বননিৰ অনন্ত সুষুপ্তি। কোনো শব্দ নাই, আলিবাটত কাৰো পদধ্বনি নুশুনো,—মোৰ অন্তৰখন যেন গাঢ় মদিৰাৰে পূৰ্ণ।

চৰাই এটা বান্ধিলোঁ। তাৰে গোন্ধ পাই আৰু চৌকাৰ জুইত লুবধ হৈ জীয়াঁ আৰু ফৰিং পোকবোৰ খিৰিকীৰে গুণ গুণ শব্দ কৰি সোমাই আহে। চালত গৈ খুন্দা-খায়, এটা ক্ষীণ শব্দ শুনো। মোৰ কাণৰ ওচৰেদি ভোঁ ভোঁ কৈ গুচি যায়, মোৰ কঁপনি উঠে। জীয়াঁ ফৰিং আদিৰ দৰে।

পঁজাটোৰ বাহিৰলৈ আহিলোঁ আৰু কাণ পাতি শুনিলোঁ। একো নাই, এটা শব্দও নাই, সকলো শুই আছে। উৰণীয়া পোকবোৰেৰে বতাহ ভৰি আছে। হাবিৰ কাষে কাষে ফাৰ্ণ আৰু একোনাইট গছবোৰ।

তাৰ কাষে কাষে আৰবাটাছবোৰ ফুলি জকমকীয়া হৈ উঠিছে। তাৰ সৰু সৰু সুন্দৰ ফুলবোৰ মই বৰ ভাল পাওঁ। যিমানবোৰ ফুলি থকা ফুল দেখিছোঁ তাৰ প্ৰত্যেকটোৰ বাবে ঈশ্বৰক ধন্যবাদ দিওঁ। সিহঁত যেন মোৰেই বাটৰ ওপৰত ছটিয়াই থোৱা সৰু সৰু ৰঙা গোলাপ। সিহঁতক ইমান ভাল পাওঁ যে মোৰ গালেৰে চকুলো বৈ আহে। ওচৰতে ক'ৰবাত বনৰীয়া কাৱনেছান ফুল ফুলিছে,— দেখা নেপাওঁ, কিন্তু তাৰ গোন্ধ পাওঁ।

এতিয়া ৰাতি বগা ফুলবোৰৰ পাহবোৰে ফুলৰ ৰুদ্ধ অন্তৰ মুকলি কৰি দিছে,—সিহঁতে উশাহ লৈছে। ধোঁৱাবৰণীয়া জীয়াঁবোৰে পাহৰ মাজত মুখ গোজে গৈ, সৰু গছডাল কঁপিবলৈ ধৰে। এটা ফুলৰপৰা আনটো ফুললৈ যায়। সিহঁতৰ ৰাগী ধৰিছে, কামাতুৰ।

লঘু ভৰিৰ খোজ, মানুহৰ নিশ্বাস লোৱাৰ শব্দ, এটা আনন্দিত উচ্চাৰণ "শুভসন্ধ্যা।"

ময়ো উত্তৰ দিওঁ। আলিবাটৰ ওপৰতে আঠু কাঢ়ি বহোঁ, দুটা আঠু আৰু এটা জীৰ্ণ সাজ সাৱটি ধৰোঁ।

"শুভ সন্ধ্যা এডৱাৰ্ডা"—আকৌ কওঁ। আনন্দত মই শ্ৰান্ত হৈ পৰিছোঁ।

"তুমি মোক ইমান চেনেহ কৰা,"—তেওঁ শুনা নুশুনাকৈ কয়।

মই কওঁ,—"তুমি যদি জানিলাহেঁতেন মই তোমাৰ ওচৰত কিমান কৃতজ্ঞ। তুমি মোৰ,—তোমাৰ কথা ভাবোঁ, আৰু গোটেইটো দিন মোৰ হৃদয় স্তব্ধ হৈ থাকে। পৃথিৱীত তুমি আটাইতকৈ ধুনীয়া, মই তোমাক চুমা খাইছোঁ। মই তোমাৰ, তোমাক মই চুমা খাইছোঁ,—এই কথা ভাবোঁ, মোৰ সৰ্বাঙ্গ অৱশ হৈ যায়, আনন্দত আপোন পাহৰা হওঁ।"

"আজি সন্ধিয়া তুমি মোক ইমান আদৰ কৰিছা কেলেই ?"

তাৰ যথেষ্ট কাৰণ আছে। তেওঁ বুজক যে মই তেওঁক আদৰ কৰিছোঁ। তাৰ বাহিৰে মই একো জানিবলৈ নোখোজো। বৈ পৰা চেলাউৰিযুৰিৰ তলৰপৰা তেওঁৰ সেই চাৱনি, আৰু তেওঁৰ উজ্জ্বল মনোমোহা গাৰ বৰণ!

আকৌ ফুটাই কওঁ—"তোমাক মৰম নকৰিম নে? তুমি সুন্দৰ সুস্থ, সবল,,—এই কথা ভাবোঁ আৰু বাটৰ প্ৰতিডাল গছকে মোৰ প্ৰীতি সম্ভাষণ জনাওঁ। এবাৰ এটা নাচত গাভৰু এগৰাকীয়ে অকলে বহি জুৰণি লৈছিল। তেওঁক মই চিনি নেপাওঁ; কিন্তু তেওঁৰ সেই



মুখখনে মোৰ অন্তৰখন স্পৰ্শ কৰিলে, মই তেওঁৰ আগত মূৰ দোৱালোঁ। কি? এ, নহয়, তেওঁ মাথোঁ মূৰটো জোকাৰিলে। তেওঁ আৰু নেনাচে নেকি? মই সুধিলোঁ। তেওঁ কলে,—তুমি সেই কথা ভাবিব পাৰানে? মোৰ দেউতা আছিল সুশ্ৰী পুৰুষ, মা আছিল ৰূপত তিলোত্তমা। দেউতাই ধুমুহাৰ দৰে আহি তেওঁক জয় কৰি নিছিল। কিন্তু মই জন্মৰ পৰাই খোঁৰা।"

এডৱাৰ্ডাই মোৰ পিনে চালে।

"বাৰু, আমি বহি লওঁ আহা।"—তেওঁ কলে।

ঘাঁহ নোহোৱা শুকান ঠাইখিনিত দুয়ো বহিলোঁ।

তেওঁ কবলৈ ধৰিলে,—"তোমাৰ বিষয়ে মোৰ বন্ধু এগৰাকীয়ে কি কয় জানানে? তেওঁ কয়, তোমাৰ চকু দুটা হেনো জন্তুৰ চকুৰ দৰে, আৰু যেতিয়া তুমি তেওঁৰ পিনে চোৱা তেওঁক হেনো বলিয়া কৰি দিয়া। তুমি যেন, তেওঁক স্পৰ্শ কৰিছা, এনে যেন লাগে।"

সেই কথা শুনি এটা অভূতপূৰ্ব আনন্দত মোৰ শৰীৰ শিয়ঁৰি উঠে, মোৰ নিজৰ কাৰণে নহয়, এডৱাৰ্ডাৰ কাৰণে। আপোন মনে ভাবোঁ, মাথোঁ এজনক মই ভাল পাওঁ, তেওঁ বাৰু মোৰ চকুৰ চাৱনিৰ বিষয়ে কি কয়? মই সুধিলোঁ,—সেইজন কোন তোমাৰ বন্ধু?"

"মই নকওঁ, কিন্তু সেইদিনা দ্বীপটোলৈ যিবোৰ গৈছিল, তেওঁ-লোকৰেই এজন।"

"বাৰু, ভাল কথা।" তাৰ পিছত আমি আন বিষয়ে কথা পাতিবলৈ ধৰিলোঁ।

তেওঁ কলে,—"দেউতা দুই এদিনৰ ভিতৰতে ৰাছিয়ালৈ যাব। মই এটা 'পাৰ্টি' দিবৰ যোগাৰ কৰিছোঁ। তুমি কোৰহোলমালৈ গৈছানে? আমাক দুই পিপা মদ লাগিবই। গীৰ্জাঘৰৰ সেই মহিলা কেগৰাকীও আহিব, আৰু দেউতাই মোক মদৰ যোগাৰ কৰি দিছেই। আৰু, তুমি সেই ছোৱালীজনীৰ পিনে কেতিয়াও নেচাবা দেই, বুজিছানে? মোৰ সেই বন্ধু গৰকীৰ কথা কৈছোঁ, হ'ল নে? হেৰা, তোমাক কাবৌ কৰি কৈছোঁ, কেতিয়াও নেচাবা দেই, নেচাবা দেই। নহলে, মই তেওঁক নিমন্ত্ৰণকেই নকৰোঁ।"

তেওঁ আকুল আবেগত মোৰ ডিঙিটো সাৱটি ধৰিলে। মোৰ পিনে চালে,—চকুত তেওঁৰ স্থিৰ অপলক দৃষ্টি। জোৰেৰে ঘন ঘনকৈ উশাহ লবলৈ ধৰিছে।

হঠাৎ উঠি থিয় দিলোঁ। দোধোৰ মোৰত পৰি মাথো কলো,—"তোমাৰ দেউতাৰ তেনেহলে ৰাছিয়ালৈ যাবগে।"

"তুমি এনেকৈ থিয় হ'লা কেলেই? ইমান খৰধৰকৈ?"

"বহুত পলম হ'ল এডৱাৰ্ডা। বগা ফুলবোৰ জঁয় পৰি যাবলৈ ধৰিছে। বেলি উঠিবৰ হ'ল, ৰাতি পুৱায়হে লাগে।"

বননিৰ মাজে মাজে তেওঁৰ লগত যাবলৈ ধৰিলোঁ। তাৰ পিছত যিমান দূৰলৈকে পাৰোঁ তাতে থিয় হৈ তেওঁলৈ চাই থাকিলোঁ। বহুত আঁতৰৰপৰা তেওঁ উভতি চালে আৰু কলে, "শুভৰাত্ৰি"। তাৰ পিছত তেওঁক আৰু নেদেখা হ'ল। ঠিক সেই সময়ত কমাৰৰ ঘৰৰ দুৱাৰ-খন মেল খালে, বগা কামিজ পিন্ধা মানুহ এজন ওলাই আহিল, কেউ-পিনে চালে, টুপীটো কপালখনৰ পিনে অলপমান টানি ললে, আৰু পিছত ছিৰিলাগুলৈ যোৱা বাটটোৰে যাবলৈ ধৰিলে।

এডৱাৰ্ডাৰ "শুভৰাত্ৰি" তেতিয়াও মোৰ কাণত বিঙিয়াই আছে।

## চৌধ

মানুহ আনন্দত বলিয়া হৈ যাব পাৰে। এটা গুলী এৰিলোঁ, পাহাৰে পাহাৰে তাৰ প্ৰতিধ্বনি উঠে, সাগৰৰ ওপৰেদি বাগৰি যায়, কোনোবা সুপ্ত নাৱৰীয়াৰ কাণত গৈ বাজি উঠে। সেই ধ্বনি পাহৰিব নোৱাৰি। কিহৰ কাৰণে আজি মোৰ ইমান আনন্দ? মোৰ মনত কিবা ভাৱে ভুমুকি মাৰি যায়,—এটা স্মৃতি,—বননিৰ এটা শব্দ,—এজনী ছোৱালী। তেওঁৰ কথা ভাবোঁ। চকু দুটা মুদি বাটটোৰ ওপৰতে নিশ্চল হৈ থিয় দি থাকোঁ, আৰু তেওঁৰ কথা ভাবোঁ। মুহূৰ্ত গণো।

পিয়াহ লাগে। নিজৰাটোৰ পৰা আঁজলি ভৰাই পানী খাওঁ। এবাৰ সমুখলৈ, এবাৰ পিছপিনলৈ এশখোজ খোজ কাঢ়ো। নিশ্চয় এতিয়া মানে যথেষ্ট পলম হৈছে,—মনে মনে ভাবোঁ।

কিবা বিপদ, হৈছে নেকি? এমাহ হৈ গ'ল। এমাহ একো বেছি সময় নহয়। নাই, একো বিপদ হোৱা নাই। এই মাহটো বৰ চুটি। কিন্তু ৰাতিবোৰ দীঘলীয়া। যেতিয়ালৈকে মই তেওঁলৈ অপেক্ষা কৰি থাকোঁ, মোৰ টুপীটো নিজৰাৰ পানীত তিয়াই লওঁ আৰু শুকাবলৈ দিওঁ,—সময় কটাবৰ কাৰণে।



ৰাতিবে মই সময়ৰ হিছাপ কৰোঁ। কেতিয়াবা ৰাতি এড়ৱাৰ্ডা নাহে। এবাৰ দুনিশা নহাকৈ আছিল। দুনিশা! নহয়, একো বিপদ হোৱা নাই। কিন্তু তেতিয়াই মোৰ মনত খেলালে, কি জানিবা মোৰ সুখে চৰম সীমা পাব হৈ গ'ল! সেয়েই নহয় নে?

০ ০ ০

"এডৱাৰ্ডা, শুনিছানে, আজি নিশা বননিখন কেনে চঞ্চল হৈ উঠিছে? গছ লতা আদিত অবিশ্ৰান্ত মৰ্মৰ ধ্বনি। পাতবোৰ কঁপিবলৈ ধৰিছে! বোধকৰো উতলা হৈ পৰিছে, হবও পাৰে। কিন্তু সেইবোৰ কথা মই কবলৈ খোজা নাই। পাহাৰৰ ওপৰত এটা চৰাইৰ মাত শুনো। এটা অকণমান চৰাই, কিন্তু সিয়েই আজি দুনিশা ধৰি একে ঠাইতে বহি চিঞৰি আছে। তুমি তাৰ সেই পুৰণি একেটা সুৰকে শুনিবলৈ পাইছা নে?"

"এৰা, শুনিছোঁ। তুমি মোক সেইটো কথা সুধিছা কেলেই?"

"এনেয়ে। আজি দুনিশা ধৰি সি তাতেই আছে। সেয়েহে মাথোঁ—। আজি সন্ধিয়া তুমি আহিছা, তোমাক ধন্যবাদ জনাইছোঁ,—মোৰ প্ৰিয়া। ইয়াতে বহোঁ, আজি সন্ধিয়া বা কালি তুমি আহিবা বুলি ভাবি থাকোঁ। তুমি কেতিয়া আহিবা তাকেই মই ব্যগ্ৰ হৈ প্ৰতীক্ষা কৰি থাকোঁ।"

"ময়ো তোমাৰ কাৰণে বাট চাই থাকোঁ। তোমাৰ কথা ভাবোঁ। এবাৰ যে তুমি গিলাছটো পেলাই ভাঙিছিলা, মনত আছে নে? মই ভঙা কাচ কেডোখৰ বুটলি থৈ দিছোঁ। দেউতা কালি ৰাতি গ'লগৈ। বস্তু-বাহানি বান্ধি দিয়া, এইটো সেইটো মনত পেলাই দিয়া, এইবোৰ কৰি থাকোতেই গ'ল,—আহিব নোৱাৰিলোঁ। মই জানিছিলোঁ তুমি মোলৈ বাট চাই বননিতে বহি আছা বুলি। মই বস্তু-বাহানিবোৰ বান্ধিছোঁ, আৰু কান্দিছোঁ।"

আজি দুনিশা হ'ল। কিন্তু প্ৰথম নিশা তেওঁ কি কৰি আছিল? আৰু তেওঁৰ চকুযুৰিতেই বা আনন্দৰ চিন আগতকৈ কম কিয়?

এঘন্টা গ'ল। পাহাৰৰ সেই চৰাইটোৱে আৰু নেমাতে। বননি-খন প্ৰাণহীন হৈ পৰি আছে। নহয় নহয়, একো ভুল হোৱা নাই, সকলো আগৰদৰেই আছে। 'শুভৰাত্ৰি' জনাবলৈ তেওঁৰ হাতখন আগবঢ়াই দিলে, মোৰ পিনে চালে, চকুৱে মুখে তেওঁৰ ভাল পোৱা উপচি পৰিছে।

"কালিলৈ ?"—মই কলোঁ।

"নহয়, কালিলৈ নহয়,"—তেওঁ উত্তৰ দিলে।

কিয়,—মই তেওঁক নুসুধিলোঁ।

"কালিলৈ আমাৰ পাৰ্টি"—তেওঁ হাঁহি হাঁহি কলে। মই তোমাক আচৰিত কৰি দিম বুলি ভাবিছিলোঁ। পিছে তুমি এনেদৰে মন-মৰা হৈ গলা যে তোমাক এতিয়াই কব লগা হ'ল। তোমাক চিঠিৰে নিমন্ত্ৰণ কৰিম বুলি ভাবিছিলোঁ।"

মনৰপৰা গধুৰ বোজা এটা নামি গ'ল। মনত মোৰ পৰিপূৰ্ণ আনন্দ।

লাহেকৈ মূৰটো জোকাৰি মোক বিদায় জনাই তেওঁ গুচি গ'ল। মই কলোঁ—'অ' আৰু এটা কথা। সেই ভঙা কাচৰ ডোখৰবোৰ বুটলি গোটাই থবৰ কিমান দিন হ'ল ?"

"কিয় ? এসপ্তাহ আগেয়ে নহয়, এপষমানেই হ'ল হবলা। এৰা, এপষমানেই হ'ল। কেলেই সুধিছা ? বাৰু, তোমাক সঁচা কথা কওঁ—যোৱা কালিহে।"

কালি ! বেছি দিনৰ কথা নহয়। কালিও তেওঁ মোৰ কথা ভাবিছে। আকৌ সকলো ঠিক হৈ গ'ল।

## পোন্ধৰ

নাও দুখন ঠিক হৈ আছিল, আমি গৈ উঠি বহিলোঁ। কথা কৈছোঁ, গান গাইছোঁ। দ্বীপবোৰৰপৰা বহুত আঁতৰত কোৰহোলমাৰ্ণ দেখা গৈছে। নাওখন বাই বাই যাওঁতে বহুত সময় লাগিল। "নাও বাই গৈ থাকোঁতে ইখন নাওৰপৰা সিখনৰ লগত কথা-বতৰা পাতি যাবলৈ ধৰিছোঁ। মহিলা কেগৰাকীৰ দৰে ডাক্তৰেও মিহি চিকুণ সাজ পিন্ধিছে। ইয়াৰ আগেয়ে তেওঁক ইমান আনন্দত থকা দেখা নাছিলোঁ। তেওঁ মনে মনে গুনি থকা ভকত নহয়। আটাইৰে লগত কথা পাতিছে। বোধকৰোঁ আজি তেওঁ এটুপি ধৰিছে, সেয়েহে মনত আজি ইমান আনন্দ। ঘাটত যেতিয়া উঠিলোঁগৈ ডাক্তৰে আটাইকে সম্বোধন কৰি অভ্যৰ্থনা জনালে। নিশ্চয়কৈ বুজিলোঁ, তেওঁক আজি এডৱাৰ্ডাই অতিথি অভ্যৰ্থনাৰ ভাৰ দিছে।



বৰ নম্ৰভাৱে, তেওঁ মহিলা কেগৰাকীক সোধ-পোছ কৰাত লাগিল। এডৱাৰ্ডাৰ প্ৰতি তেওঁ নম্ৰ আৰু স্নেহশীল। মাজে মাজে দেউতাকৰ দৰেও ব্যৱহাৰ কৰিছিল। আগৰ দৰেই ডাঙৰ ডাঙৰ কথা কৈ তেওঁক উপদেশ দিছে। মই কিবা কলে তেওঁ নম্ৰ হৈ বৰ মনোযোগ দি শুনে, মোক আওহেলা নকৰে।

গাভৰু এগৰাকীয়ে মোৰ ওচৰলৈ আহি সম্ভাষণ জনালে। তেওঁক চিনি নেপাওঁ, ক'তো দেখা মনত নপৰে। অলপ আচৰিত হৈ দুই এষাৰ কথা কলোঁ। তেওঁ হাঁহিলে। তেওঁ 'ডিন'ৰ ছোৱালী। ইয়াৰ আগেয়ে দ্বীপলৈ যাওঁতে তাত তেওঁক লগ পাইছিলোঁ আৰু তেওঁক মোৰ পঁজা-টোলৈ নিমন্ত্ৰণ কৰিছিলোঁ। অলপ সময় দুয়োজনে কথা পাতিলোঁ।

এঘন্টামান হৈ গ'ল। মনটো ভাল লগা নাছিল। মোক দিয়া মদখিনি খালোঁ আৰু বাজে কথা বকিবলৈ ধৰিলোঁ। আকৌ মাজে মাজে দুই এটা ভুল কৰিছোঁ। সৰুসুৰা ভদ্ৰতাৰ খাটিৰতো কেনেকৈ কথা কব লাগে, ভাবি নেপাওঁ। প্ৰায়েই লাগ বান্ধ নথকা কথা কওঁ, নাইবা কেতিয়াবা একোকে কব নোৱাৰো। মনত বৰ বেয়া লাগে। ডাঙৰ শিলটোৰ ওপৰখিনি আমি মেজ কৰি লৈছোঁ। তাৰে ওপৰত ডাক্তৰে বহি অঙ্গি-ভঙ্গী কৰি কবলৈ ধৰিছে,—"আত্মা,—আত্মা কি ? মই সদায় স্বাধীনভাৱে চিন্তা কৰোঁ বুলি 'ডিন'ৰ ছোৱালীজনীয়ে মোক দোষ দিয়ে। বাৰু, মানুহে স্বাধীনভাৱে চিন্তা নকৰিব কেলেই ? মানুহে ভাবে নৰকখন হেনো মাটিৰ তলত থকা এটা অন্ধকাৰ ঘৰ আৰু তাৰ গৰাকীজন হৈছে এটা দানহ, সিয়েই নৰকৰ ৰজা। তাৰ পিছত গীৰ্জাৰ বেদীত থকা যীশু খ্ৰীষ্টৰ ছবিখনৰ বিষয়ে কবলৈ ধৰিলে। তাৰ ওচৰত কেগৰাকীমান ইহুদী মতা আৰু মাইকী মানুহো আছে হেনো। মদৰ লগত পানী,—বঢ়িয়া ! যীশুৰ মূৰত এটা পোহৰৰ বৃত্ত। পোহৰৰ বৃত্তনো কি ? মাথো তিনিডাল চুলিৰ লগত বান্ধি দিয়া এটি ডাঙৰ হালধীয়া চাক।

দুগৰাকী মহিলাই বৰ আচৰিত হৈ ডাক্তৰৰ হাতখন আজুৰি ধৰিলে। ডাক্তৰে হাতখন মোকোলাই লৈ ঠাট্টা কৰি কবলৈ ধৰিলে,—"কথাবোৰ বৰ ভয় লগা, নহয় নে ? স্বীকাৰ কৰোঁ। কিন্তু যদি এই কথাটোকে মনৰ ভিতৰত সাত আঠ বাৰমান আওৰায় আৰু তাৰ পিছত অলপমান ভাবে তেতিয়া ই সহজ হৈ পৰিব। মহিলাসকল, মই আপোনালোকৰ পূৰ্ণ স্বাস্থ্য কামনা কৰোঁ।"

এই বুলি কৈয়েই তেওঁ মহিলা দুগৰাকীৰ সন্মুখত ঘাঁহত আঠু কাঢ়ি বহিল। মূৰৰপৰা টুপীটো খুলি লৈ এখন হাতেৰে সেইটো ওপৰলৈ দাঙি ধৰিলে আৰু মূৰটো অলপমান পিছলৈ হেলাই গিলাছটো শুদা কৰিলে। তেওঁৰ আচাৰ ব্যৱহাৰত এনে সহজ স্বাচ্ছল্য দেখি মই মুগ্ধ গৈ গলোঁ। তেওঁৰ লগত একেলগে মদ খালোঁহেঁতেন, কিন্তু তেওঁৰ গিলাছ একেবাৰে শুদা।

এডৱাৰ্ডাই তেওঁলৈকেই চাই আছে। তেওঁৰ ওচৰলৈ গৈ কলোঁ,—"আজি 'এক্কি' খেলিমনে ?"

তেওঁ অলপ আচৰিত হ'ল। উঠি থিয় দিলে। শুনা নুশুনাকৈ কলে—"এতিয়া 'তুমি' বুলি সম্বোধন নকৰিবা।"

মইতো তেওঁক 'তুমি' বুলি মতা নাছিলোঁ। আঁতৰি গুচি গলোঁগৈ।

আৰু এঘনটা পাৰ হৈ গ'ল। দিন দীঘলীয়া হৈ আহিবলৈ ধৰিছে। আৰু এখন নাও থকাহেঁতেন মই কেতিয়াবাই অকলে নাও বাই ঘৰ পালোঁগৈহেঁতেন। ঈছপক পঁজাটোত বান্ধি থৈ আহিছোঁ। সি চাগৈ মোৰেই কথা ভাবিবলৈ ধৰিছে। এডৱাৰ্ডাৰ মন এতিয়া মোৰপৰা বহুত আঁতৰত। ভ্ৰমণত কিমান সুখ, নতুন নতুন ঠাইবোৰ চাই ফুৰাত কিমান আনন্দ, সেইবোৰ কথাকেই কবলৈ ধৰিছে। সেইবোৰ কথা ভাবেতো তেওঁৰ গাল দুখন ৰঙচুৱা হৈ পৰিছে। কথা কওঁতে মাজে মাজে থোতা-মোজা লাগিছে।

ক'ৰবালৈ আঁতৰলৈ গুচি যাবলৈ খুজিছে, মোৰ কথা ভবা নাই। তেওঁ যেন মোক পাহৰি গৈছে। সময় খুব লাহে লাহে যাবলৈ ধৰিছে। পলম হৈ আহিছে। ঈছপক পঁজাটোত অকলে বান্ধি থৈ আহিছোঁ। এতিয়া উভতি যাবৰ হৈছে নে নাই বহুতকে সুধিলোঁ। কোনেও উভতি যাবলৈ নোখোজে।

আকৌ এই তৃতীয়বাৰ 'ডিন'ৰ ছোৱালীজনীৰ ওচৰলৈ গলোঁ। মই ভাবিলোঁ, নিশ্চয় এওঁৱেই কৈছিল মোৰ চকুযুৰি জন্তুৰ চকুৰ দৰে। দুয়ো একেলগে মদ খালোঁ। তেওঁৰ চকুযুৰি বৰ চঞ্চল, অকণো থিৰেৰে নেথাকে। মোৰ পিনে চায়, আকৌ আন পিনে চায়।

"বাৰু, এই ঠাইৰ মানুহবোৰ ঠিক খন্তেকীয়া জহকালিটোৰ দৰে নহয় নে ? আপুনি কি বুলি ভাবে ? সুন্দৰ, কিন্তু বৰ খন্তেকীয়া।"

মই খুব চিঞৰি কথা কৈছিলোঁ, আৰু তেনে কৰাৰ যথেষ্ট কাৰণো আছিল। মোৰ পঁজাটো চাবলৈ যাবনে নেথায় মই গাভৰু গৰাকীক সুধিলোঁ। এদিনাখন আহিব বুলি তেওঁ মোক কথা দিলে।



এডৱাৰ্ডাই সিফালে মুখখন ঘূৰাই বহি আছে। মোক ইচ্ছামতে কথা কবলৈ সুবিধা দিছে। আনবোৰ মানুহৰ কথা শুনিব লাগিছে, নিজেও মাজে মাজে দুই এষাৰ কথা কৈছে। ডাক্তৰে ছোৱালীবোৰৰ হাত চাই চাই তেওঁলোকৰ ভাগ্যৰ বিষয়ে কবলৈ ধৰিছে। তেওঁৰ হাত দুখন সৰু সৰু, আঙুলি এটাত আঙঠি এটা পিন্ধিছে। মোৰ সঙ্গ কাৰো কাম্য নহয়। শিল এচটাৰ ওপৰত মনে মনে বহি আছোঁ। সন্ধিয়া হৈ আহিছে। মনতে ভাবোঁ, ইয়াতে শিল এচটাৰ ওপৰত অকলশৰীয়া হৈ বহি আছোঁ। যিজনা মানুহে মোক চঞ্চল কৰি তুলিব পাৰে, তেৱেঁই মোক এনেদৰে নিস্তব্ধ কৰি বহুৱাই ৰাখিছে।

এটা বিৰাট নিৰ্জনতাই মোক আৱৰি পেলাইছে। মোৰ পিছপিনৰ পৰা তেওঁলোকে কথা কোৱা শুনো। এডৱাৰ্ডাই কেনেকৈ হাঁহিছে, তাকো শুনিবলৈ পাওঁ। তৎক্ষণাত জঁাপ মাৰি উঠি ময়ো সেই দলটোত যোগ দিওঁগৈ। মই উদ্‌ভ্ৰান্ত।

মই কলোঁ,—"এটা কথা, মই তাত বহি থাকোঁতে মনত খেলালে যে আপোনালোকে মোৰ পখিলাবোৰ লগাই থোৱা বহীখন চাবলৈ পালে বোধকৰোঁ মনত ৰং পাব।" পখিলাৰ বহীখন উলিয়ালোঁ। "ইয়াৰ বিষয়ে আগেয়ে মনত নপৰা বাবে মই দুঃখিত। আপোনলোকে ভাল পায় যদি এবাৰ চাওক। আপোনালোকে চালে মই মনত বৰ আনন্দ পাম।" কথা কোৱাৰ লগে লগে মোৰ টুপীটো দাঙি ধৰিলোঁ। টুপীটো দাঙি ধৰা অন্যায় হৈছে বুলি বুজিলোঁ। সেই বাবে আকৌ টুপীটো পিন্ধি ললোঁ।

এক মুহূৰ্তৰ বাবে গভীৰ নীৰৱতা। কোনোৱে বহীখন চাব নুখুজিলে। শেষত ডাক্তৰে সেইখন লবলৈ হাতখন মেলি দি নম্ৰ হৈ কলে,—"অশেষ ধন্যবাদ। চাওঁচোন বাৰু, পখিলাবোৰ কেনেকৈ লগাই থোৱা হৈছে।"

তেওঁৰ প্ৰতি কৃতজ্ঞতাত মোৰ মন পূৰ্ণ হৈ উঠিল। সেইবোৰ কেনেকৈ কৰিছোঁ, তেতিয়াই তেওঁক বুজাই কবলৈ ধৰিলোঁ।

এডৱাৰ্ডাই চাওঁ নে নেচাওঁকৈ মোৰ পিনে আৰু বহীখনলৈ এবাৰ কেৰাহিকৈ চালে, তাৰ পিছত আকৌ তেওঁৰ বন্ধুবোৰৰ লগত কথা পাতিবলৈ ধৰিলে।

ডাক্তৰে কলে, —"এই কেইটা পাখি চোৱাচোন, কিমান ধুনীয়া !"

এডৱাৰ্ডাই মূৰ দাঙি চালে। তেওঁ কলে,—"সেউজীয়াবোৰ দেখি-বলৈ বৰ সুন্দৰ। চাওঁ, মোক দিয়াচোন ডাক্তৰ।"

মই মনৰ আবেগত কলোঁ,—"সেইবোৰ তুমি ৰাখা। দুটা সেউজীয়া পাখি। মোক অন্ততঃ এইখিনি চেনেহ দেখুৱা, সেয়ে মোৰ স্মৃতিৰ চিন হৈ থাকক।"

"ৰ'দত ধৰি ঘূৰালে এবাৰ সেউজীয়া আৰু এবাৰ সোণালী হয়। মোক দিবা নে? তোমাক ধন্যবাদ—"

"তোমাক দিবলৈ পালে মনত বৰ আনন্দ পাম।"

তেওঁ পাখি দুটা নিলে।

অলপ পিছতে ডাক্তৰে মোক ধন্যবাদ দি বহীটো মোক ওভোতাই দিলে। তাৰ পিছত তেওঁ থিয় হ'ল আৰু সুধিলে—উভতিবৰ সময় হৈছে নে নাই।

মই কলোঁ,—"নিশ্চয় হৈছে। মোৰ শপত এতিয়া আৰু উভতো ব'লা। ঘৰত মোৰ কুকুৰটো বান্ধি থোৱা আছে। বুজিছানে, মোৰ এটা কুকুৰ আছে, আৰু সিয়েই মোৰ বন্ধু। সি তাতে শুই শুই মোৰ কথা ভাবি থাকে, আৰু যেতিয়া ঘৰলৈ উভতি আহোঁ, সি খিৰিকীখনত আগ ভৰি দুখনেৰে ধৰি থিয় হৈ মোক অভ্যৰ্থনা জনায়। আজিৰ দিনটো বৰ ভালদৰে গ'ল। দিন প্ৰায় শেষ হৈ আহিল। এতিয়া উভতি যাওঁগৈ ব'লক। আপোনালোক আটাইৰে ওচৰত মই কৃতজ্ঞ।"

পাৰলৈ আহি চালোঁ, এডৱাৰ্ডা কোনখন নাওত উঠেগৈ। মই আন এখনত উঠিমগৈ বুলি ঠিক কৰিলোঁ। হঠাৎ তেওঁ মোক মাতিলে। মই আচৰিত হৈ তেওঁৰ পিনে চালোঁ। তেওঁৰ মুখখন ৰঙা হৈ পৰিছে। তেওঁ মোৰ ওচৰলৈ আহি মৰমসনা মাতেৰে কলে, "পাখি দুটাৰ কাৰণে তোমাক ধন্যবাদ। তুমি মোৰ লগত একেখন নাওতে উঠিবা, নহয় জনো?"

"যদি তোমাৰ সেয়ে ইচ্ছা, তেনেহলে মোৰ একো আপত্তি নাই।" আমি দুয়ো নাওত উঠিলোঁগৈ। তেওঁ মোৰ ওচৰতে বহিল। তেওঁৰ আঠুটোৱে মোৰ আঠুটো স্পৰ্শ কৰিছেহি। মই তেওঁৰ পিনে চালোঁ, তেৰোঁ ক্ষন্তেকৰ কাৰণে মোৰ মুখলৈ চালে। তেওঁ মোক আঠুৰে স্পৰ্শ কৰিছে, সি তেওঁৰ দয়া। মোৰ মনত আকৌ আনন্দই ভুমুকি মাৰিছেহি। কিন্তু হঠাৎ তেওঁ ঠাই সলাই বহিল। মোৰ পিনে পিঠি দি দাঁড়ৰ ওচৰত বহি থকা ডাক্তৰৰ লগত কথা পাতিবলৈ ধৰিলে।



পূৰা পোন্ধৰ মিনিট কাল তেওঁৰ মনত মই অস্তিত্বহীন হৈ বহি থাকিলোঁ। তাৰ পিছত এনে এটা কাম কৰিলোঁ, যাৰ কাৰণে আজিও অনুতাপ কৰোঁ। তেওঁৰ ভৰিৰপৰা জোতা এপাত খুলি গ'ল। মই সেইপাত বুটলি লৈ বহুত দূৰলৈ পানীৰ মাজলৈ দলিয়াই পেলালোঁ। কিয় তেনেকৈ পেলাই দিলোঁ, নিজেই নেজানো। তেওঁ মোৰ ওচৰত বহি আছে, সেই আনন্দতেই হবলা, মই যে তেওঁৰ ওচৰতে আছোঁ আৰু তেওঁক মোৰ অস্তিত্ব সম্বন্ধে সচেতন কৰি দিব খোজোঁ, সেই বাবেই হবলা,—মই ঠিককৈ নেজানো। কামটো হঠাৎ হৈ গ'ল। কিবা জক উঠিল, কৰি পেলালোঁ। মহিলা কেগৰাকীয়ে চিঞৰ মাৰি উঠিল। মই পক্ষাঘাতগ্ৰস্ত ৰোগীৰ দৰে পঙ্গু হৈ থাকিলোঁ। এতিয়া আৰু ভাবি-চিন্তি কি হব? যি হবলগীয়া আছিল, হৈ গ'ল। ডাক্তৰে মোক এই অৱস্থাৰপৰা উদ্ধাৰ কৰিলে। তেওঁ চিঞৰি কলে, 'জোৰে দাঁড় মাৰা', এই বুলি জোতাপাতৰ পিনে নাৱৰ মুখখন ঘূৰাই দিলে। জোতা-পাতৰ ভিতৰত পানী সোমাই ডুবিবলৈ ধৰিছিল মাথোন, নাৱৰীয়াজনে ঠিক সেই সময়তে জোতাপাত থাপ মাৰি ধৰি তুলি আনিলে। নাৱ-ৰীয়াজনৰ হাতখন কিলাকুটিলৈকে তিতিগৈছে। তাৰ পিছত নাৱত থকা বহুতৰ মুখৰপৰা আনন্দজনক ধ্বনি ওলাল,—হক তেওঁ জোতাপাত ৰক্ষা পৰিল।'

মোৰ বৰ লাজ লাগিল। ৰুমালখনেৰে জোতাযোৰ মচি দিলোঁ। এডৱাৰ্ডাই সেইপাত মোৰ হাতৰপৰা নিলে। মুখেৰে এষাৰো কথা নকলে। অলপ পৰ পিছতে কৈ উঠিল, "এনে কথা মই আৰু কেতিয়াও দেখা নাই।"

"কেতিয়াও দেখা নাছিলা নে?"—মই সুধিলোঁ। মই হাঁহিলোঁ। নিজক সংযত কৰি লৈ এনে ভাৱ দেখুৱালোঁ যেন কিবা বিশেষ কাৰণেহে এনেকুৱা ধেমালি কৰিছিলোঁ। কিন্তু কি কাৰণ থাকিব পাৰে? ডাক্তৰে প্ৰথমবাৰলৈ মোলৈ ঘৃণাৰ চকুৰে চালে।

আৰু অলপ সময় গ'ল। নাও দুখন ঘৰমুৱা হৈ আহিব—ধৰিছে। আমাৰ মাজত এই কিবা-জানো কেনেবা ভাৱটো নোহোৱা হ'ল। ঘাট পাওঁ পাওঁ হৈছোঁহি।

এডৱাৰ্ডাই কলে,—"মদখিনি শেষ হোৱা নাই, এতিয়াও বহুত আছে। আমি আৰু এটা পাৰ্টি দিম। এটা নতুন পাৰ্টি। এটা ডাঙৰ ঘৰত নাচৰ বাবে আয়োজন কৰিব লাগিব।"

পাবত নামি এডৱাৰ্ডাৰ ওচৰত ক্ষমা খুজিলোঁ।

মই কলোঁ,—"পঁজাটোলৈ উভতি আহিবৰ বাবে মোৰ কেনে ব্যাকুলতা হৈছিল, তাক জানিলাহেঁতেন যদি! আজিৰ দিনটো বৰ দীঘলীয়া আৰু দুখৰ।"

"আজিৰ দিনটো তোমালৈ বৰ দুখৰ নেকি লেফ্‌টেনাণ্ট?"

কথাটো এবাবৰ চেষ্টা কৰি কলোঁ,—"নহয়, মই কবলৈ খুজিছোঁ যে নিজেও দুখ পাইছোঁ আৰু আনৰ মনতো দুখ দিছোঁ। মই তোমাৰ জোতাপাতো পানীত পেলাই দিলোঁ।"

"এৰা, অলপ আচৰিত ধৰণৰ কথা।"

"মোক ক্ষমা কৰা।"

## ষোল

ইয়াতকৈ আৰু কি বেয়া কথা হব লগা আছে বাৰু? ঈশ্বৰ মোৰ সাক্ষী, যি হবলগীয়া আছে হওক, মই আৰু মুখেৰে নেমাতোঁ। মই জানো পোনতে তেওঁৰ লগত যাচি কথা পাতিবলৈ গৈছিলোঁ? কেতিয়াও যোৱা নাছিলোঁ। তেওঁ যোৱা বাটটোত মই এদিন খন্তেকলৈ থিয় দি আছিলোঁ,— এয়েহে মাথোঁ। এই পিনে উত্তৰৰ ফালে জহকালি এনে সুন্দৰ! কেউপিনে সুন্দৰ বেলিৰ পোহৰ। বেলিৰ পোহৰত গা ধুই মানুহবোৰো আনন্দত মতলীয়া হৈ পৰিছে,—ৰহস্যময় হৈ উঠিছে। তেওঁলোকৰ নীলা চকু কেয়ুৰিয়ে কি বিচাৰি ফুৰিছে? বৈ পৰা চেলা-উৰি কেয়ুৰিৰ অন্তৰালত কিহৰ সেয়া অভিসন্ধি? যিয়েই হওক বাৰু, মোৰনো তাত কি? আজি চাৰিদিন ধৰি বৰশীটোৰে বহুতো মাছ ধৰিলোঁ। নিশা মোৰ পঁজাটোৰ ভিতৰতে দীঘল দি পৰি থাকোঁ,—চকুৰে মোৰ মুদ খাবলৈ পাহৰে।—

"আজি চাৰিদিন তোমাক দেখা নাই, এডৱাৰ্ডা।"

"চাৰিদিন? এৰা, সেয়ে হব। হেৰা বুজিছা, মই এই কেদিন বৰ ব্যস্ত আছিলোঁ। বাৰু, চোৱাহি আহা।"

এডৱাৰ্ডাই মোক এটা ডাঙৰ কোঠালিলৈ লৈ গ'ল। কোঠালি-টোৰ পৰা মেজবোৰ উলিয়াই নিছে, চকীবোৰ বেৰত লগাই সজাই থোৱা হৈছে, কোঠালিটো তেনেই ধুনীয়াকৈ সজাইছে। কোঠাটোৰ বেৰবোৰ নানা বৰণৰ পাত-লতা-ফুল আদিৰে সজাই থৈছে। কোণ এটাত পিয়ানোটোও আছে। 'বল' নাচৰ বাবে তেওঁ এইবিলাক যোগাৰ কৰিছে।



"কেনে দেখিছা? হৈছে নে?"—তেওঁ মোক সোধে।

"সুন্দৰ।"—মই কলোঁ।

কোঠালিটোৰপৰা বাহিৰলৈ আহিলোঁ।

মই কলোঁ—এডৱাৰ্ডা, তুমি মোক তেনেই পাহৰি গ'লা নহয় নে?"

তেওঁ আচৰিত হৈ কলে, —"তুমি কি কৈছা, মই একো বুজা নাই। তুমি দেখোন জানাই মই কিমান ব্যস্ত আছিলোঁ। তোমাৰ ওচৰলৈ আহিবলৈ মোৰ সময় ক'তা?"

"এৰা, বোধকৰোঁ আহিবৰ উপায় নাছিল।"

এই কেদিন অসুখত ভুগিলোঁ। নিশা উজাগৰে থাকি থাকি শ্ৰান্ত হৈ পৰিছোঁ। কিযে অৰ্থহীন বাজে কথাবোৰ বলকিব ধৰিছোঁ মই নিজেই নেজানো। গোটেই দিনটো মোৰ মনটো গধুৰ হৈ থাকিল।

"এৰা, তুমি আহিব পৰা নাছিলা সঁচা, কিন্তু কিবা যেন সলনি হৈছে। তোমাৰ মুখখন চাই একো বুজিব নোৱাৰোঁ। এডৱাৰ্ডা, তোমাৰ চেলাউৰিযুৰিৰ তলত সৌৱা কি প্ৰহেলিকা?"

তেওঁ লাজতে ৰঙচুৱা পৰি কলে,—"কিন্তু মইতো তোমাক পাহৰা নাই।" এই বুলি কৈ তেওঁৰ হাতখন মোৰ হাতৰ মাজত সুমুৱাই দিলে।

মনতে ভাবিলোঁ,—মোক পাহৰা নাই হবলা। তেনেহলে মই এইবোৰ কি কবলৈ ধৰিছোঁ?'

"কাইলৈ, তুমি এটা নিমন্ত্ৰণ পাবা। তুমি মোৰ লগত নাচিব লাগিব, বুজিছানে? আমি কেনেকৈ নাচিম বাৰু?"

"তুমি মোৰ লগত সৌখিনিলৈকে আহিবা নে?"

"এতিয়াই নে? উহুঁ, এতিয়া নোৱাৰো। ডাক্তৰ আহি পায়হিহে লাগে। এতিয়াও বহুত কাম কৰিবলগীয়া হৈ আছে। তেনেহলে তোমাৰ মতে ঘৰটো সজোৱাত সুন্দৰ হৈছে, নহয় নে? কিন্তু তুমি ···"

বাহিৰত এখন গাড়ী আহি ৰ'ল।

মই সুধিলোঁ,—"আজি ডাক্তৰে নিজেই গাড়ী চলাই আহিছে নেকি? তেওঁৰ খোৱা ভৰিখনক ৰেহাই দিবলৈকে নহয় নে? বাৰু, মই আহিলোঁ

দেই। শুভদিন ডাক্তৰ। আপোনাক আকৌ লগ পাই বৰ সন্তোষ পালোঁ। আশা কৰোঁ আপোনাৰ সৰ্বতোভাৱে কুশল। মই যাবলৈ ওলোৱা বাবে একো নেভাবিব ...”

বাহিৰলৈ ওলাই আহি খটখটিৰে নামি আহোঁতে এবাৰ উভতি চালোঁ। খিৰিকীৰ পৰ্দাখন দুয়োহাতে আঁতৰাই ধৰি এডৱাৰ্ডাই মোলৈ চাই আছে, মুখখন তেওঁৰ চিন্তান্বিত । এটা অৰ্থহীন আনন্দত মোৰ অন্তৰখন শিয়ঁৰি উঠে। ঘৰটো এৰি থৈ বৰ খৰধৰকৈ যাবলৈ ধৰোঁ,—চকুৰ সন্মুখত এন্ধাৰ নামি আহে। হাতত মোৰ বন্দুকটো, সেইটো এতিয়া লাঠী এডালৰ দৰে হৈ মোৰ হাতত ওলমি গৈছে। তেওঁক যদি পালোঁহেঁতেন তেন্তে মই নিশ্চয় ভাল হলোঁহেঁতেন। বননিখন পালোঁগৈ। আকৌ ভাবিলোঁ, মই যদি তেওঁক পালোঁহেঁতেন তেন্তে তেওঁক মই আগতকৈ বহুত বেছি আদৰ-যত্ন কৰিলোঁহেঁতেন। তেওঁ যদি মোৰ ওচৰত অসন্তৱ কিবাও বিচাৰে তথাপি তেওঁৰ বাবে মই সকলো কৰিবলৈ সাজু। তেওঁক একান্তভাৱে আপোন কৰি পোৱাৰ আনন্দ লৈয়ে মই থাকিব খোজোঁ। তেওঁ মোৰহে, অকল মোৰহে, সেই সুখ, সেই আনন্দই সকলো সম্বল। অলপ পৰ তাতে থিয় দি ৰলোঁ। তাৰ পিছত অন্তৰত সকলো আশা সকলো আকাংক্ষা লৈ তাতে আঠুকাঢ়ি বহি ঘাঁহনিডৰাত চুমা খালোঁ। আকৌ উঠিলোঁ।

অৱশেষত মই প্ৰায় নিশ্চিন্ত হলোঁ। আজি কেদিনমানৰ পৰা তেওঁৰ কথাবতৰা অলপ সলনি হৈছে। সেয়া একো নহয়, তেওঁৰ স্বভাৱেই তেনেকুৱা। তেওঁৰ ঘৰৰপৰা আহোঁতে খিৰিকীত থিয় দি তেওঁ মোকে চাইছিল। যেতিয়ালৈকে মোক দেখা পোৱা গৈছিল তেতিয়ালৈকে চকুযুৰিয়ে মোকেই অনুসৰণ কৰিছিল। ইয়াতকৈ আৰু বেছি কি কৰিব পাৰে বাৰু? মই আনন্দত মতলীয়া। মোৰ অলপ আগেয়ে বৰকৈ ভোক লাগিছিল, এতিয়া ভোকৰ কথা পাহৰি গৈছোঁ।

ঈছপ মোৰ আগে আগে লৰি গৈছিল। হঠাতে সি ভুকিবলৈ আৰম্ভ কৰিলে।। মূৰ দাঙি চালোঁ, পঁজাটোৰ, সৌ কোণটোত মূৰত এখন বগা ৰুমাল বন্ধা ছোৱালী এজনী থিয় দি আছে। অ' ইভা, সেই কমাৰটোৰ ছোৱালীজনী।

“শুভদিন, ইভা!”

ডাঙৰ শিলটোৰ কাষতে তাই থিয় দি আছে,—মুখখন তাইৰ ৰঙা। আঙুলি এটা চুপিব ধৰিছে।



“কি হ'ল ইভা?”

“ঈছপে মোক কামুৰি দিছে”,—এই বুলি কৈয়েই লাজতে তাই চকু নমালে। মই তাইৰ আঙুলিটি চালোঁ। তাই নিজেই কামুৰিছে। হঠাৎ মোৰ মনত কিবা ভাৱ এটা উদয় হ'ল। মই সুধিলোঁ,—“বহুত সময় ইয়াতে ৰৈ আছা নেকি?”

“নাই, বেছি সময় নহয়।”

তাৰ পিছত কোনেও একো নকলোঁ। মই তাইক হাতত ধৰি পঁজাটোৰ ভিতৰলৈ লৈ আহিলোঁ।

## সোতৰ

আনকালৰ দৰে আজিও মাছ মাৰিবলৈ গৈছিলোঁ। তাৰপৰা আহি ‘বল’ নাচত ওলালোঁগৈ। মোৰ হাতত আছিল বন্দুকটো আৰু জোলোঙাখন। সেই দিনা মই আটাইতকৈ ভাল সাজপাৰযোৰ পিন্ধি গৈছিলোঁ। ছিৰিলাণ্ড গৈ পাওঁতে ভালকৈয়ে পলম হ'ল। তেওঁলোকে ভিতৰত নচা গম পালোঁ। অলপ পৰ পিছতে কোনোবাই কৈ উঠিল,—“অ' এয়া আমাৰ চিকাৰী, সেই লেফ্‌টেনেণ্টজন।” গেৰাকীমান ডেকা আৰু গাভৰুৱে মোক বেঢ়ি ধৰিলেহি আৰু সেইদিনা কি চিকাৰ কৰিলোঁ চাবলৈ খুজিলে। কেতবোৰ সাগৰ-চৰাই মাৰিছিলোঁ, তাকেই তেওঁলোকে চালে। এডৱাৰ্ডাই এটা মিচিকীয়া হাঁহিৰে মোক অভ্যৰ্থনা জনালে। তেওঁ নাচি আছিল, আৰু নাচৰ মাজে মাজে লাজতে মুখখন ৰঙচুৱা হৈ পৰিছিল।

তেওঁ মোক কলে, “প্ৰথমে মোৰ লগতেই নাচাহি আহা।”

আমি নাচিলোঁ। হওক তেওঁ, অপদস্থ হব লগা নহ'ল। মূৰটো ঘূৰিব ধৰিছিল হয়, কিন্তু পৰি যোৱা নাছিলোঁ। মোৰ গধূৰ বুট জোতাযোৰৰ পৰা খুব শব্দ হৈছিল। সেই শব্দ শুনি মই আৰু নেনাচিবলৈ ঠিক কৰিলোঁ। ৰঙীন পালিছ কৰা মজিয়াখনতো বহুত দাগ হৈ গ'ল। ইয়াতকৈ আৰু বেছি বেয়া কাম যে কৰা নাছিলোঁ তাৰ বাবে মোৰ মনত খুব আনন্দ হৈছিল।

ম্যাকৰ সহকাৰী দুজনে খুব মনোযোগেৰে নাচিবলৈ ধৰিছে, আৰু ডাক্তৰে প্ৰতিটো নাচতে আগ্ৰহেৰে যোগ দিছেগৈ। ইয়াৰ বাহিৰেও

আৰু কেবাজনো ডেকা তাত আছিল। তাৰ ভিতৰত আছিল এজন বিদেশী, তেওঁ ব্যৱসায়ী মানুহ। তেওঁ সুন্দৰ গাব পাৰিছিল আৰু মাজে মাজে গৈ পিয়ানোটো তেওঁ নিজে বজাই আন আন বজাওঁতা ছোৱালীবোৰৰ ভাগৰ কমাইছিল।

ৰাতি ক্ৰমে গহীন হৈ আহিল। শেষ ৰাতিৰ পিনে কেনেকুৱা ৰং ধেমালি চলিছিল তাক মই অকণো পাহৰা নাই। বেলিৰ ৰঙা পোহৰ পৰি খিৰিকী চিক্‌মিকাই উঠিছে। সাগৰৰ চৰাইবোৰ তেতিয়াও শুই আছে। মদ আৰু ৰুটি খাইছোঁ, চিঞৰি কথা কৈছোঁ, গান গাইছোঁ—এডৱাৰ্ডাৰ হাঁহিৰ খলকনিত গোটেই কোঠালিটো ৰজনজনাই আছে। কিন্তু মোৰ লগত পাতিবলৈ কোনো কথাই নাইনে বাৰু? তেওঁ য'ত বহি আছে সেই পিনে আগবাঢ়ি গলোঁ। মনতে ইচ্ছা তেওঁক দু-এষাৰ মিঠা কথা কৈ আহোঁ। তেওঁ এটা ক'লা বৰণৰ সাজ পিন্ধিছে। সাজটো বোধকৰোঁ বহুদিন আগৰ, তেওঁলৈ অলপ চুটি হৈছে। কিন্তু নাচিবৰ সময়ত সেই সাজটোৱে সৈতে তেওঁক বৰ ধুনীয়া দেখি। ভাবিলোঁ, তাকেই তেওঁৰ আগত কওঁগৈ।

"এই ক'লা সাজটো—" বুলি কবলৈ আৰম্ভ কৰিছিলোঁহে মাথোন।

কিন্তু তেওঁ থিয় হৈ উঠি তেওঁৰ ছোৱালী বন্ধু এগৰাকীৰ ককাল-খন হাতেৰে মেৰিয়াই লৈ তেওঁৰ লগত গুচি গ'ল। মই চাই ৰলোঁ। কিন্তু মই যেতিয়া যাবলৈ ওলাওঁ তেতিয়া তেওঁ খিৰিকীখনত থিয় দি আমনজিমনকৈ মোৰ পিনে চাই থাকে কিয়?

এগৰাকী মহিলাই মোক তেওঁৰ লগত নাচিবলৈ অনুৰোধ কৰিলে। এডৱাৰ্ডা ওচৰতে বহি আছিল। মই ডাঙৰকৈ কলোঁ,—"ধন্যবাদ, মই নাচিব নোৱাৰিম। মই এতিয়াই ঘৰলৈ যাম।"

এডৱাৰ্ডাই অৰ্থপূৰ্ণ চাৱনিৰে মোৰ পিনে চাই কলে,—"যোৱাগৈয়ে নেকি? নাই, তুমি যাব নোৱাৰা।"

মই উছপ খাই উঠিলোঁ। মোৰ ওঠটো কামুৰিব লাগিছোঁ নেকি? মই থিয় দিলোঁ।

"তুমি তেতিয়া কোৱা কথা কেইষাৰ সুন্দৰ অৰ্থপূৰ্ণ আছিল, জোমফ্ৰু এডৱাৰ্ডা,"—মই বৰ কঠুৱা ভাৱে উত্তৰ দিলোঁ আৰু দুৱাৰ-খনৰ পিনে খোজ ললোঁ।

ডাক্তৰে মোক বাট ভেটি ধৰিলে, এডৱাৰ্ডাও লৰি মোৰ ওচৰলৈ আহিল।



এডৱাৰ্ডাই অন্তৰৰ সকলোখিনি মৰম ঢালি দি কলে,—'মোক ভুল নুবুজিবা। মই মাথোন ইয়াকেহে কব খুজিছিলোঁ যে তুমি শেহত—আটাইৰে শেহত যাবা বুলি মই আশা কৰিছিলোঁ। আৰু তদুপৰি এতিয়া মাথোন এক হে বাজিছে।—শুনা, তুমি আমাৰ নাৱৰীয়াজনক মোৰ সেই জোতাপাত বচাইছিল বুলি পাঁচোটা ডলাৰ কেলেই দিছিলা? তুমি এইবোৰ কি আৰম্ভ কৰিলা?"—এই বুলি কৈয়েই তেওঁ অন্তৰ খুলি হাঁহিলে আৰু কেউপিনে ঘূৰি আনবোৰৰ পিনে চালে।

মই অবাক,—হতভম্ব,—বিমূঢ়।

"তুমি ঠাট্টা-মস্কৰা কৰি বেছ ৰং পোৱা। মই তোমাৰ নাৱ-ৰীয়াক কাহানিও পাঁচ ডলাৰ দিয়া নাই।"

"দিয়া নাছিলা নে?" তেওঁ ৰান্ধনি ঘৰলৈ যোৱা দুৱাৰখন খুলি নাৱৰীয়াটোক মাতি আনিলে। "জেকব, তোমাৰ মনত আছেনে যে তুমি নাও বাই আমাক এদিন কোৰহোলমাৰ্ণলৈ লৈ গৈছিলা, আৰু মোৰ জোতাপাত পানীত পৰোতে তুলি আনিছিলা?"

"হয় আছে।"—জেকবে উত্তৰ দিলে।

"আৰু সেইবাবে তোমাক পাঁচোটা ডলাৰ দিয়া হৈছিল?"

"হয় আপুনি দিছিল—"

ধন্যবাদ, তাকে সুধিবলৈকেহে মাতিছিলোঁ। বাৰু, এতিয়া যোৱা।

ইমানখিনি টেঙৰালিৰ অৰ্থ কি? মোক লাজত পেলাবলৈ খুজিছে কিয়? পাৰিব নে? সেইখিনি কথাৰ বাবে লাজত মোৰ মূৰ দোঁ খাই নেযায়। তেওঁৰ চেষ্টা সফল নহয়। মই ডাঙৰকৈ কবলৈ ধৰিলোঁ,—"মই ইয়াত আটাইৰে আগত এইষাৰ কথা কবলৈ বাধ্য হৈছোঁ যে এইটো হয় ভুল, নহয় সমূলি মিছা কথা। তোমাৰ জোতাপাত বচোৱা বাবে নাৱৰীয়াজনক পাঁচোটা ডলাৰ দিয়াৰ কথা ভবাই নাছিলোঁ। বোধ-কৰোঁ মোৰ দিয়াটো নিশ্চয় উচিত আছিল, কিন্তু এতিয়ালৈকে দিয়া হৈ উঠা নাই।"

তেওঁ চেলাউৰিযুৰি কোঁচ খুৱাই কলে,—"আমি নাচিবলৈ বন্ধ কৰিলোঁ কেলেই? আকৌ নাচোন আৰম্ভ কৰি দিয়া।"

তেওঁক মই এই কথাৰ উত্তৰ দিব লাগিব। তেওঁৰ লগত কথা পাতিবৰ সুযোগ বিচাৰিব ধৰিলোঁ। তেওঁ ওচৰৰে কোঠালি এটাত সোমালগৈ।ময়ো লগে লগে গলোঁ।

তেওঁৰ লগত একেলগে খাওঁ বুলি তেওঁৰ স্বাস্থ্য কামনা কৰি এগিলাছ মদ মই দাঙি ধৰিলোঁ।

"মোৰ গিলাছ শুদা,"— তেওঁ খুব চুটিকৈ উত্তৰ দিলে।

কিন্তু তেওঁৰ সন্মুখতে ভৰি থকা মদৰ গিলাছটো আছে।

"মই ভাবিছিলোঁ, সেইটো তোমাৰ গিলাছ।"

"সেইটো মোৰ নহয়,"—এই বুলি কৈয়েই তেওঁ মোলৈ পিঠি দি উভতি আন এজনৰ লগত গম্ভীৰভাৱে কথা-বতৰা পাতিবলৈ ধৰিলে।

"মোক তেনেহলে ক্ষমা কৰিবা।"

কেবাজনো আলহীয়ে আমাৰ ভিতৰত হোৱা এই সৰু দৃশ্যটো দেখিলে। মোৰ অন্তৰখন ক্ষুব্ধ হৈ উঠিল। মই অনুযোগ কৰি কলোঁ, "কিন্তু তুমি কিয় এনেকুৱা ব্যৱহাৰ কৰিলা মোক কবানে ?"

তেওঁ থিয় দিলে আৰু মোৰ হাত দুখনত ধৰি ব্যথিত হৈ কলে, "আজি নহয়,—এতিয়া নকওঁ। মোৰ ইমান কষ্ট হৈছে। উস্, তুমি মোলৈ এনেকৈ চাইছা কিয় ? আমি এসময়ত বন্ধু আছিলোঁ—"

আপোন পাহৰা হৈ মই নাচোনত যোগ দিলোঁগৈ।

অলপ পিছতে এডৱাৰ্ডাও আহিল আৰু সেই পিয়ানো বজাওঁতা-জনৰ ওচৰতে বহিল গৈ। তেতিয়া তেওঁৰ মুখখন মনৰ দুখত করুণ হৈ উঠিছে। তেওঁ ক'লা চকুযুৰি দাঙি মোৰ পিনে চাই কলে,—"মই বজাবলৈ কেতিয়াও শিকিবৰ চেষ্টা কৰা নাই। পাৰিলোঁহেঁতেন যদি !"

মই একো উত্তৰ দিব নোৱাৰিলোঁ। মোৰ অন্তৰখন তেওঁৰ কাৰণে বলিয়া হৈ উঠিছে। মই সুধিলোঁ,—"তুমি হঠাৎ ইমান ব্যথিত হৈ উঠিছা কিয় এডৱাৰ্ডা ? তোমাক তেনেকুৱা দেখিলে মোৰ মনত ইমান আঘাত পাওঁ,—তুমি যদি জানিলাহেঁতেন !"

"কেলেই এনেকুৱা হৈছে মই নেজানো। বোধকৰো এই সকলো বিলাকৰ কাৰণেই। মোৰ ইচ্ছা যেন এই আটাইবোৰ মানুহ এতিয়াই গুচি যায়,—এৰা সকলোৱে। নহয় নহয়, তুমি নহয়,—শেষলৈকে অকল তুমিহে থাকা।

তেওঁৰ কথাই মোৰ মনলৈ নতুন উৎসাহ আনি দিলে। ডিনৰ ছোৱালীজনীয়ে ওচৰলৈ আহি মোৰ লগত কথা পাতিব ধৰিছে। মই তেওঁৰ লগত কথাপাতি ভাল পোৱা নাই। খুব সংক্ষেপে কথাবোৰৰ উত্তৰ দিছোঁ। তেওঁৰ পিনে ইচ্ছা কৰিয়েই মই চোৱা নাছিলোঁ, কাৰণ তেওঁ কৈছিল মোৰ চকু হেনো পশুৰ চকুৰ দৰে। তাৰ পিছত তেওঁ



এডৱাৰ্ডাৰ পিনে ঘূৰি কবলৈ ধৰিলে যে ক'ৰবাত হেনো, বোধকৰো ৰিগাত এজন মানুহে তেওঁক অনুসৰণ কৰিছিল।

তেওঁ কলে, —"মোৰ পিছে পিছে আলিবাটে আলিবাটে ঘূৰি ফুৰিছিল আৰু মোলৈ চাই হাঁহিছিল।"

"কেলেই, সি কণা আছিল নেকি ?"—কথাৰ মাজখিনিতে মই কৈ পেলালোঁ। ভাবিলোঁ এডৱাৰ্ডাই বোধকৰোঁ মনত ৰং পাব। এই বুলি কৈয়েই মই কান্ধখন খজুৱাবলৈ ধৰিলোঁ।

গাভৰুজনীয়ে মোৰ মাতৰ তিতা বুজিব পাৰি কলে,—"এৰা, মোৰ নিচিনা দেখিবলৈ আপচু বুঢ়ী এজনীৰ পিছে পিছে যেয়ে ঘূৰি ফুৰে তাক কণা নুবুলিনো আৰু কি বুলিবা ?"

এডৱাৰ্ডাই মোৰ কথা শুনি ভাল নেপালে হবলা। তেওঁ বন্ধু গৰাকীক হাতত ধৰি লৈ গুচি গ'ল। তেওঁলোকে মূৰ জোকাৰি ফুচ-ফুচাই কিবা কবলৈ ধৰিলে। তাৰ পিছৰপৰা মই অকলশৰীয়া হলোঁ।

আৰু এঘন্টা হৈ গ'ল। সাগৰৰ চৰাইবোৰে টিলাবোৰৰ ওপৰত বহি ৰমলিয়াবলৈ ধৰিছে। খোলা খিৰিকীখনেৰে সিহঁতৰ হাই উৰুমি শুনিবলৈ পাইছোঁ। চৰাইবোৰৰ মাত শুনি মনটো আনন্দত নাচি উঠিছে। সেই দ্বীপটোলৈ যাবলৈ মন গৈছে , —অকলে⋯⋯

ডাক্তৰৰ মনত খুব ফূৰ্ত্তি,—আটাইকে আনন্দিত কৰি ৰাখিছে। গাভৰু কেগৰাকীয়ে তেওঁৰ ওচৰত থাকি শ্ৰান্তি অনুভৱ নকৰে। তেৱেঁ মোৰ প্ৰতিদ্বন্দ্বী নেকি ? তেওঁৰ খোৱা ভৰি আৰু ক্ষীণ শৰীৰটোৰ পিনে চাই চাই তাকেই ভাবিছোঁ। তেওঁ হাঁহি উঠা অদ্ভুত কথাবোৰ কব ধৰিছে। তেওঁ কিবা এটা কথা কলেই মই ডাঙৰকৈ হাঁহি দিওঁ। ডাক্তৰ মোৰ প্ৰতিদ্বন্দ্বী, গতিকে তেওঁক মই সকলোখিনি সুবিধা দিওঁ। ডাক্তৰ এবাৰ ইয়াত, এবাৰ তাত, এনেকৈ কেউপিনে ঘূৰি ফুৰিছে। "শুনাচোন শুনা, ডাক্তৰে কি কৈছে শুনা,"—মই চিঞৰি কওঁ আৰু খুব জোৰে হাঁহো।

ডাক্তৰে কয়,—"মই এই পৃথিৱীখনক খুব ভাল পাওঁ। জীৱনটোক আকোৰগজালিকৈ ধৰি থাকো। আৰু যেতিয়া মৃত্যুই দুৱাৰত খুন্দিয়াবহি তেতিয়া যেন লণ্ডন নাইবা প্যাৰী চহৰৰ এটা কোণত দেহ থবলৈ পাওঁ আৰু যেন সকলো সময়তে নাচ গানৰ ধ্বনি মোৰ কাণত বাজি থাকে।"

"সুন্দৰ !"—মই চিঞৰ মাৰি কওঁ। হাঁহোতে হাঁহোতে পেটৰ নাড়ী ডাল ডাল হৈ যাব খোজে। এটোপাও কিন্তু মদ খোৱা নাই হলে দেই।

এডৱাৰ্ডাৰো চকুৰে মুখে আনন্দৰ চিন ফুটি ওলাইছে।

আলহীবোৰ এজন এজনকৈ বিদায় লৈ যাবলৈ ধৰিলে। মই ওচৰৰে সৰু কোঠালিটোলৈ গৈ অপেক্ষা কৰিবলৈ ধৰিলোঁ। শেষত ডাক্তৰেও বিদায় লৈ গুচি গ'লগৈ। আৰু কাৰো মাত বোল শুনিবলৈ নোপোৱা হলোঁ। মোৰ হিয়াখন তোলপাৰ কৰিবলৈ ধৰিছে।

এডৱাৰ্ডা সোমাই আহিল। মোক দেখা পাই মুহূৰ্তৰ কাৰণে আচৰিত হ'ল। তাৰ পিছত হাঁহি মাৰি কলে,—"অ' তুমি আছা। তুমি যে মৰম কৰি শেষলৈকে আছা তাৰ বাবে ধন্যবাদ। মই এতিয়া বৰ শ্ৰান্ত।"

তেওঁ থিয় দি থাকিল।

মই থিয় দিলোঁ আৰু কলোঁ,—"তোমাৰ এতিয়া বিশ্ৰামৰ প্ৰয়োজন। আশাকৰোঁ মোৰ প্ৰতি বিৰক্ত হোৱা নাই এডৱাৰ্ডা। অলপ আগেয়ে তোমাৰ ব্যথাপূৰ্ণ মুখখন দেখি মই মনত ইমান আঘাত পাইছিলোঁ।

"শুলেই সকলো ঠিক হৈ যাব।"

মোৰ আৰু কবলৈ একো নাই। দুৱাৰখনৰ পিনে যাবলৈ ধৰিলোঁ।

তেওঁ হাতখন আগবঢ়াই দি কলে,—"ধন্যবাদ। আজিৰ সন্ধিয়াটো বৰ সুখৰ।" দুৱাৰ মুখলৈকে মোক আগবঢ়াই থবলৈ আহিছিল, মই হাক দিলোঁ।

"তুমি কষ্ট কৰিব নেলাগে। মই নিজেই যাব পাৰিম।"

কিন্তু তথাপি তেওঁ মোৰ লগে লগে আহিল। মোৰ টুপী, বন্দুক আৰু মোনাখন চপাই ললোঁ। তেওঁ সেই সময়খিনি বাৰান্দাখনতে থিয় দি থাকিল। কোণটোত এডাল লাঠী। অলপ মন দি সেইডাল চালোঁ,—চিনিব পাৰিলোঁ, সেইডাল ডাক্তৰৰ লাঠী। মই লাঠীডাল দেখা পোৱা বুলি জানি তেওঁ অলপ থোতা মোজা খালে। তেওঁৰ মুখখন চাই বুজিলোঁ, তেওঁ লাঠীডালৰ বিষয়ে একো নেজানে। অলপ সময়লৈ কাৰো মুখত কথা নাই। অৱশেষত হঠাৎ তেওঁ অধৈৰ্য্য হৈ কঁপা মাতেৰে কবলৈ ধৰিলে,—"তোমাৰ লাঠী,—তোমাৰ লাঠীডাল পাহৰি এৰি থৈ নেযাবা।"

মোৰেই চকুৰ আগতে ডাক্তৰৰ লাঠীডাল মোৰ হাতত তুলি দিবলৈ খুজিলে। মই তেওঁলৈ চালোঁ। তেওঁ তেতিয়াও লাঠীডাল ধৰি আছে।



তেওঁৰ হাতখন কঁপিবলৈ ধৰিছে। তেওঁক ৰেহাই দিবৰ বাবে, মই লাঠীডাল ললোঁ আৰু চুকটোতে থৈ দিলোঁ। মই কলোঁ,—"সেইডাল ডাক্তৰৰ লাঠী। খোৰা মানুহে তাৰ লাঠীডাল কেনেকৈ পাহৰি এৰি থৈ যাব পাৰে মই বুজি নেপাওঁ।"

"খোৰা মানুহ !"—তেওঁ চিঞৰি উঠিল, আৰু মোৰপিনে এখোজ আগবাঢ়ি আহিল। "এৰা, তুমি খোৰা নহয় জানো ? কিন্তু খোৰা হলেও তেওঁৰ লগত তোমাৰ তুলনাই নহয়, কেতিয়াও নহয়। যোৱা।"

ইয়াৰ এটা উত্তৰ দিব খুজিলোঁ, কিন্তু হঠাৎ মোৰ মনটো তেনেই শুদা হৈ গৈছে। মই মনে মনে থাকিলোঁ। মূৰটো দোঁৱাই নমস্কাৰ জনাই দুৱাৰৰ বাহিৰ হৈ আহি খটখটিটোৰে নামি যাবলৈ ধৰিলোঁ। অলপ পৰ থিয় দি সন্মুখলৈ চাই পঠিয়ালোঁ, তাৰ পিছত গুচি গলোঁ।

মনতে ভাবিলোঁ,—"অ' লাঠীডাল পাহৰি এৰি থৈ গৈছে। সেইডাল নিবলৈ আকৌ এই ফালেই আহিব। তেনেহলে ইয়াত আজি ৰাতিৰ শেষ অতিথি মই নহয়।"—আলিটোৰ দুয়োফালে চাই চাই লাহে লাহে যাবলৈ ধৰিছোঁ। হাবিখনৰ কাষত আহি থিয় হলোঁ। আধা ঘন্টামান ৰৈ থকাৰ পিছত দেখিলোঁ ডাক্তৰ মোৰ পিনে আহিবলৈ ধৰিছে। মোক দেখা পাই খুব বেগেৰে আহিছে। তেওঁক অলপ নজৰ দি চাওঁ বুলি তেওঁ কথা কোৱাৰ আগেয়ে মই টুপীটো অলপ দাঙি ধৰিলোঁ। তেৰোঁ টুপীটো দাঙিলে। মই তেওঁৰ ওচৰলৈ গৈ কলোঁ,—"মই তোমাক অভিবাদন জনোৱা নাই।"

তেওঁ মোৰ ওচৰলৈ আহি মোৰ চকুৰ পিনে চাই ৰ'ল।

"অভিবাদন জনোৱা নাছিলা নে ?"

"নাই।"

নীৰৱ।

তেওঁৰ মুখখন শেঁতা পৰি গৈছে, কলে,—"সেয়া একো নহয় বাৰু। মোৰ লাঠীডাল পেলাই থৈ আহিছোঁ, সেইডাল আনিবলৈ যাওঁ।"

ইয়াৰ উত্তৰত মই একো কব নোৱাৰিলোঁ, সেই দেখি আন উপায়েৰে প্ৰতিশোধ লওঁ বুলি ভাবিলোঁ। মোৰ বন্দুকটো তেওঁৰ পিনে পোনাই ধৰিলোঁ,—তেওঁ যেন এটা কুকুৰহে,—আৰু কলোঁ,—"জপিওৱা।"

তেওঁ জপিয়াবৰ কাৰণে শুহৰিয়াবলৈ ধৰিলোঁ।

তেওঁৰ মুখ শুকাই গৈছে। ওঠ দুটা চেপি ধৰিছে। তললৈ মুখ কৰি মাটিৰ পিনে স্থিৰ হৈ চাই আছে। হঠাৎ মোৰ পিনে তেওঁ

তীক্ষ্ণ দৃষ্টিৰে চালে, অলপমান মিচিকিয়াই হাঁহিলে আৰু সুধিলে,—"ইয়াৰ মানে কি ?"

মই একো নেমাতিলোঁ। তেওঁৰ কথাই মোৰ মনত আঘাত দিলে। তেওঁ খৰধৰকৈ হাতখন মোৰ পিনে মেলি দিলে আৰু নম্র হৈ কলে,—"নিশ্চয় তোমাৰ কিবা হৈছে। বাৰু মোক কোৱাচোন তোমাৰ কি হৈছে। মোক কলে কিজানি······"

লাজ আৰু হতাশাত মোৰ মূৰ দোঁ খাই যায়। তেওঁৰ ধীৰ কথাবোৰে মোৰ মনটো তোলপাৰ কৰি দিয়ে। ইয়াৰ প্রতিদান হিছাপে তেওঁকো মই মৰম দেখুৱাবলৈ খোজোঁ। মই তেওঁক সাৰটি ধৰি কলোঁ,—"মোক ক্ষমা কৰিবা ডাক্তৰ। নাই, মোৰ একো হোৱা নাই। গতিকে তোমাৰ সাহায্যৰো প্রয়োজন নাই। তুমি এডৱাৰ্ডাক বিচাৰিছা নহয়নে ? তেওঁক ঘৰতে পাবা। সোনকালে যোৱা, নহলে তুমি গৈ লগ নেপাবা, তেওঁ শুবলৈ যাবগৈ। তেওঁ বৰ শ্রান্ত, মই নিজ চকুৰে দেখি আহিছোঁ। তোমাক মই আটাইতকৈ ভাল খবৰ দিলোঁ। তেওঁক ঘৰতেই পাবা, যোৱা।"

ডাক্তৰক যাবলৈ কৈ দীঘল দীঘলকৈ খোজ পেলাই হাবিখন পাৰ হৈ আহি মোৰ পঁজাটো পালোঁ। ঘৰলৈ আহিয়েই বিছনাখনত বহি-লোঁগৈ। হাতত মোৰ বন্দুকটো আৰু কান্ধত সেই মোনাখন। আগ গুৰি নোহোৱা বহুতো কিবাকিবি চিন্তাই মগজুত খেলি মেলি লগাই-ছেহি। ছিঃ, ডাক্তৰৰ আগত নিজক ইমান হীনকৈ দেখুৱাবলৈ গ'লো কিয় ? মই তেওঁক সাৰটি ধৰিছিলোঁ, তেওঁৰ পিনে চলচলীয়া চকুৰে চাইছিলোঁ,—এইবোৰ কথা ভাবি নিজৰ ওপৰত খং উঠিল। এই কথা-টোকে লৈ কত ঠাট্টা মস্কৰা কৰিব। কিজানি এতিয়ামানে এডৱাৰ্ডাৰ আগত তাকে কৈ হাঁহিব ধৰিছে। ঘৰটোৰ এটা কোণত লাঠীডাল এৰি থৈ আহিল ! এৰা, মই যদি খোৰাও হলোঁহেঁতেন তথাপি ডাক্তৰৰ লগত মোক তুলনাই কৰিব নোৱাৰি। তুলনা কৰা নচলে,—এডৱাৰ্ডাই তাকেই কলে।

মজিয়াখনৰ মাজলৈ আহিলোঁ আৰু বন্দুকটো খাজি ললোঁ। বন্দুকৰ মুখখন মোৰ বাওঁ ভৰিখনৰ মাজতে লগাই দি ঘোৰাটো টিপি দিলোঁ। গুলী মোৰ ভৰি ভেদ কৰি মজিয়াত সোমাই গ'ল। ঈছপে ভয় খাই বৰকৈ ভুকিবলৈ ধৰিলে।

অলপ পৰ পিছতে কোনোবাই দুৱাৰখনত খুন্দিয়াবলৈ ধৰিলে।



অ' ডাক্তৰ।

তেওঁ কলে,—"তোমাক আমনি কৰিবলগীয়া হোৱা বাবে মই দুঃখিত। তুমি ইমান খৰধৰকৈ গুচি আহিলা, তোমাৰ লগত এষাৰ কথাও পাতিবৰ নহ'ল। বাৰুদৰ গোন্ধ পাইছোঁ দেখোন ! নহয় নে ?"

তেওঁক বৰ ধীৰ স্থিৰ দেখিলোঁ।

"এডৱাৰ্ডাৰ লগত দেখা হ'লনে ? লাঠীডাল পালা নে ?"

"লাঠীডাল পালোঁ। কিন্তু এডৱাৰ্ডা শুবলৈ গৈছে।—সেয়া আকৌ কি ? হৰি, হৰি, তোমাৰ ভৰিৰপৰা দেখোন তেজ ওলাবলৈ ধৰিছে !"

"সেয়া একো নহয়। বন্দুকটো আঁতৰাই থবলৈ খোজোতে হঠাৎ গুলী এৰাই গৈ এনেকুৱা হ'ল।"

তেওঁ মোৰ কথালৈ কাণ নিদিলে। মোৰ ফটা বুট জোতা আৰু তেজেৰে ৰাঙলী হোৱা ভৰিখনৰ পিনে চাই আছে। হঠাৎ খৰধৰকৈ তেওঁ লাঠীডাল আঁতৰাই থৈ হাতৰপৰা হাতমোজাযোৰ সোলোকাই পেলালে।

"লৰচৰ নকৰাকৈ বহি থাকা। জোতাপাত লাহে লাহে খুলিব লাগিব। বন্দুকৰ এই শব্দটোকেই মই শুনিবলৈ পাইছিলোঁ হবলা।"

## ওঠৰ

বন্দুকটোৰে হঠাৎ কি কামটো কৰি পেলালোঁ,—এতিয়া বৰ অনুতাপ হৈছে। বলিয়াৰ দৰে কাম কৰিছোঁ। তাৰপৰা কিটো লাভ হ'ল ? মাথো এতিয়া কেবা সপ্তাহো ধৰি পঁজাৰ ভিতৰত সোমাই থাকিব লগা হ'ল। কিমান অসুবিধা আৰু বিৰক্তিৰ মাজেৰে দিন কটাবলগীয়া হৈছিল, মোৰ এতিয়াও সুন্দৰকৈ মনত পৰে। মোৰ ধুবুনীজনীয়ে নিতৌ আহি বজাৰ-সমাৰ কৰি দি যায়, ঘৰ-দুৱাৰ যতনাই ৰাখে। তাই বেছি ভাগ সময় মোৰ ওচৰতেই থাকে। তেনেকৈয়ে কত দিন গ'ল ! তাৰ পিছত ······

ডাক্তৰে এদিন এডৱাৰ্ডাৰ কথা উলিয়ালে। তেওঁৰ নামটো শুনিলোঁ, তেওঁ কি কৈছে, কি কৰিছে তাকো শুনিলোঁ। মোৰ মনত এতিয়া এইবোৰ একো দৰকাৰী কথা নহয়। ডাক্তৰে কেতবোৰ পুৰণি অৰ্থহীন কথা কবলৈ ধৰা যেন মোৰ বোধ হ'ল। মানুহে ইমান সোন-কালে পাহৰি যাব পাৰে,—মই ভাবি আচৰিত হওঁ।

"বাৰু, এইবোৰ কথা উলিয়ালা যেতিয়া তোমাক কথা এটা সোধোঁ। এডৱাৰ্ডাৰ সম্বন্ধে তোমাৰ কেনে ধাৰণা? সঁচাকৈ কবলৈ হলে মই তেওঁৰ কথা আজি বহুদিন ভবা নাই। ৰ'বা, তোমাৰ আৰু তেওঁৰ মাজত কিবা এটা হৈছে যেন মোৰ অনুমান হয়। তোমালোকে প্ৰায়েই এনেদৰে একেলগে থাকা। এদিন সেই দ্বীপটোত বনভোজ খাওঁতে তুমি আলহী সোধাৰ ভাৰ লৈছিলা আৰু তেওঁ সেই কামত তোমাক সহায় কৰিছিল। অস্বীকাৰ নকৰিবা ডাক্তৰ,—তোমালোকৰ ভিতৰত কিবা বিষয়ে কথা বতৰা হৈ গৈছে। নহয়, থাওক বাৰু, মোৰ কথাৰ উত্তৰ দিব নেলাগে। মোৰ কথাৰ উত্তৰ দিবলৈ বাধ্যও নহয়। আন কথা পাতো আহা। বাৰু, কিমান দিনৰ মূৰত মই আকৌ ঘূৰি ফুৰিব পাৰিম?"

কি কলোঁ, তাকেই বহি বহি ভাবিছিলোঁ। ডাক্তৰে কিবা কৈ পেলাব বুলি মই মনে মনে ইমান ভয় কৰিছিলোঁ কিয়? এডৱাৰ্ডা মোৰ কোন? মই তেওঁক পাহৰি গৈছোঁ।

আকৌ ঘূৰি পকি এডৱাৰ্ডাৰ কথাহে ওলাল। মই তেওঁক আকৌ বাধা দিলোঁ। কি কথাটো শুনিবলৈ মোৰ ইমান ভয় লাগিছিল,—গোসাঁয়েহে জানে।

"তুমি এনেকৈ কথা ঘূৰাইছা কেলেই? মই তেওঁৰ নাম লোৱাটো তুমি সহিব নোৱাৰা নেকি?"

"কোৱা বাৰু, জোমফ্ৰু এডৱাৰ্ডাৰ বিষয়ে তোমাৰ প্ৰকৃত ধাৰণা কি? মোৰ শুনিবলৈ আগ্ৰহ হৈছে।"

তেওঁ অলপ সন্দিহান হৈ মোৰ পিনে চালে।

"মোৰ প্ৰকৃত মত?"

"বোধকৰোঁ তোমাৰ মুখৰপৰা বহুতো নতুন কথা শুনিম। বোধকৰোঁ তুমি তেওঁৰ ওচৰত বিয়াৰ প্ৰস্তাৱ কৰিছা, তেওঁ প্ৰস্তাৱত সন্মতি দিছে। তোমাক অভিনন্দন জনাব পাৰোঁনে? নোৱাৰোঁ! কিয়? হাঃ হাঃ, কোন গোট গৰুই তোমাৰ কথা বিশ্বাস কৰিবহে?"

"অ' তুমি তাকেইহে ভয় কৰিছিলা নেকি?"

"ভয়? নহয় ডাক্তৰ......"

নীৰৱ।

"নাই, মই প্ৰস্তাৱো কৰা নাই, মোক তেওঁ গ্ৰহণো কৰা নাই। তুমিয়েহে কৰিছা হবলা। এডৱাৰ্ডাৰ ওচৰত প্ৰস্তাৱেৰে কোনো কাম



নহয়,—তেওঁ যাকে লওঁ বুলি ভাবে, তেওঁকেই আদৰি লয়। তেওঁক তুমি গাঁৱলীয়া বুলি ভাবিছা নেকি? তুমি তেওঁক নৰ্ডলেণ্ডত লগ পাইছাহি আৰু তুমি নিজেই সকলো দেখিছা। সৰুকালত চেকনিৰ আগত তেওঁৰ শিক্ষা হোৱা নাছিল। ডাঙৰ হৈয়ো তেওঁ যি মন যায় তাকে কৰা বিধৰ ছোৱালী হৈ আছে। উদাসীন? মুঠেই নহয়। উত্তপ্ত? মই কওঁ, বৰফ। তেওঁ কি তেনেহলে? এজনী ছোৱালী, বয়স ষোল্ল নে সোতৰ,—আৰু নো কি? সেই ছোৱালীজনীক তুমি বুজিবলৈ চেষ্টা কৰাগৈ, তোমাৰ বিফল চেষ্টাক তেওঁ হাঁহি উৰাই দিব। আনকি দেউতাকেও তেওঁক বশলৈ আনিব পৰা নাই। বাহিৰত দেউতাকৰ কথা অলপ অচৰপ শুনে সঁচা, কিন্তু আচল কথাখিনিত হলে তেৱেঁইহে সকলো। তেওঁ কি কয় জানা? তেওঁ কয়, তোমাৰ চকুযোৰ হেনো ঠিক পশুৰ দৰে।—"

"তোমাৰ ভুল হৈছে। আন কোনোবাইহে মোক তেনেকৈ কৈছিল। তেওঁ নহয়।"

"আন কোনোবাই? কোনে?"

"মই নাম নেজানো। তেওঁৰ কোনোবা ছোৱালী বন্ধুৱে। এডৱাৰ্ডাই নহয়। বাৰু ৰ'বাচোন, এডৱাৰ্ডায়ে বোধকৰোঁ..."

"তুমি যেতিয়া তেওঁৰ পিনে চোৱা তেওঁ তেতিয়া তেনেকুৱাই ভাবে, তেৱেঁ মোক কৈছিল। তুমি যিমানেই কেৰাহিকৈ নোচোৱা কেলেই, তাৰ পৰা তুমি এচুলিও তেওঁৰ পিনে আগুৱাইছা বুলি ভাবিছা নেকি? তেওঁৰ পিনে চোৱা, যিমান ইচ্ছা তিমান চকু মাৰা,—তেওঁ তাকে দেখি মাথোঁ আপোনমনে কব,—সৌ মানুহজনে মোলৈ খুব চকু মাৰিছে, ভাবিছে তাৰেই মোক ফান্দত পেলাব। —ইয়াকে ভাবি অকল এটা চাৰনি বা কথাৰে তোমাক কুৰি মাইল দূৰলৈ ঠেলি পঠিয়াব। মই তেওঁৰ প্ৰতিডাল নাড়ীৰ খবৰ জানো। তুমিনো ভাবিছা কি? তেওঁৰ বয়স কিমান হৈছে বুলি ভাবা?"

"...'৩৮ চনত তেওঁ উপজিছিল,—তেৱেঁ মোক এদিন কৈছিল।"

"মিছা কথা। এদিন মন যোৱা দেখি মই তেওঁৰ বয়স হিছাপ কৰি চাইছিলোঁ। তেওঁৰ বয়স কুৰি বছৰ, যদিও তেওঁক এতিয়াও পোন্ধৰ বছৰীয়া যেন হে দেখি। তেওঁ সুখী নহয়। তেওঁৰ সৈই অকণমান মূৰটোৰ ভিতৰত বহুতো চিন্তা-ভাৱনাই তোলপাৰ লগাব ধৰিছে। সৌ পাহাৰ আৰু সাগৰৰ মুখাখমুখিকৈ থিয় হৈ যেতিয়া মাজে

মাজে তেওঁ মুখখন অলপ বিকটাই পেলায়, তেতিয়া তাতেই তেওঁৰ অন্তৰৰ দুখ মুখত ফুটি ওলায়। কিন্তু বৰ অহঙ্কাৰী তেওঁ, আজিলৈকে তেওঁৰ চকুত চকুলো এটুপি নেদেখিলোঁ। তেওঁ বৰ ভাৱপ্ৰৱণ, অলপ বেছি সপোন বিলাসী, কোনোবা ৰাজকোঁৱৰৰ পৰশলৈ প্ৰতীক্ষা কৰি আছে। তুমি হেনো কাৰোবাক পাঁচ ডলাৰৰ নোট এখন দিছিলাহে ? কথাটোনো কি ?"

"মোক ঠাট্টা কৰিছিল, আন একো নহয়।"

"ঠাট্টা হলেও তাত কিবা কথা আছিল। এবাৰ তেওঁ মোৰো লগত ঠিক তেনেকুৱা ঠাট্টা কৰিছিল, এবছৰমান আগেয়ে। ডাক জাহাজখন ঘাটত চাপিছিলহি, আমি গৈ তাত উঠিলোঁ। তেতিয়া বৰষুণ দিছিল আৰু বৰ ঠাণ্ডা লাগিছিল। তিৰোতা এগৰাকীয়ে ডেকত বহি কঁপিবলৈ ধৰিছিল, তেওঁৰ কোলাত এটি কেচুৱা। এডৱাৰ্ডাই তেওঁক সুধিলে,—"তোমাৰ জাৰ লগা নাইনে ?"

"এৰা লাগিছে।"

"কেচুৱাটোৰো ?"

"কেচুৱাটোৰো জাৰ লাগিছে।"

"কেবিনৰ ভিতৰলৈ নোযোৱা কেলেই ?"

"মই ডেকৰ বাহিৰৰ পিনৰ টিকটহে লৈছোঁ।"

এডৱাৰ্ডাই মোৰ পিনে চালে আৰু কলে,—"এই তিৰোতাজনীৰ ডেকৰ টিকটহে আছে।"

মই মনতে ভাবিলোঁ,—এৰা বুজিছোঁ, পিছে কি কৰিব লাগে ? কিন্তু মই তেওঁৰ চাৱনিৰ অৰ্থটো বুজিলোঁ। মই ধনী মানুহ নহওঁ, তেজক পানী কৰি দুপইচা উপাৰ্জন কৰোঁ, পইচাটো খৰচ কৰিবৰ আগেয়ে দুবাৰকৈ ভাবোঁ। মই লাহেকৈ তাৰপৰা আঁতৰি গলোঁ। তিৰোতা গৰাকীক কোনোবাই সহায় কৰিব লাগে বুলি যদি এডৱাৰ্ডাই ভাবিছে, তেন্তে তেওঁ নিজে সহায় নকৰে কিয় ? তেওঁ আৰু তেওঁৰ দেউতাকে সহজেই সেইখিনি কৰিব পাৰে। আৰু সঁচাকৈয়ে এডৱাৰ্ডায়ে দিলে। সেইবোৰ বিষয়ত তেওঁৰ আচৰণ দেখি মুগ্ধ হব লাগে। কোনেও কব নোৱাৰিব যে তেওঁ হৃদয়হীনা। তেওঁ আশা কৰিছিল যে মই সেই তিৰোতা গৰাকী আৰু কেচুৱাটোৰ বাবে ছেলুন এটা ভাড়া কৰি দিম। তেওঁৰ চকুযুৰিলৈ চাই মই তাকেই বুজিছিলোঁ। তাৰ পিছত কি হৈছিল বুলি ভাবিছা ? তিৰোতা গৰাকী উঠি আহি বদান্যতাৰ কাৰণে এডৱাৰ্ডাক ধন্যবাদ জনালে। মোৰ পিনে আঙুলিয়াই এডৱাৰ্ডাই কলে,—"মোক ধন্যবাদ নিদিবা, সৌ ভদ্ৰলোকজনকহে ধন্যবাদ দিয়া উচিত।"



দেখিলা নে ? তিৰোতা গৰাকীয়ে মোকো ধন্যবাদ দিলে। কি কম মই ? একো নেমাতি মনে মনে থাকিলোঁ। তেওঁ তেনেকুৱাই। তেওঁৰ বিষয়ে তোমাক বহুতো কথা কব পাৰোঁ। নাৱৰীয়াটোক সেই পাঁচোটা ডলাৰ,—তাকো তেৰেঁই দিছিল। তুমি দিয়াহেঁতেন, তোমাক দুয়ো হাতেৰে সাৱটি লৈ তাতেই চুমা খালেহেঁতেন। এপাট ফটা জোতাৰ কাৰণে ইমানখিনি ধন খৰচ কৰাহেঁতেন তুমি তেওঁৰ মনত এজন ৰাজকোঁৱৰ হৈ থাকিলাহেঁতেন। তেনে কৰাটোৱে তেওঁৰ মনোমত হ'লহেঁতেন,—তেৰোঁ তাকেই বিচাৰিছিল। তাকে তমি নকৰা দেখি তোমাৰ নাম কৰি তেৰেঁই সেইটো কৰিলে। তেনেকুৱাই তেওঁৰ কথা-বতৰা,—বৰ উতনুৱা, কিন্তু খুব ভাবি গুণি চলে।"

মই সুধিলোঁ,—"তেন্তে তেওঁক জয় কৰিব পৰা এনে কোনো মানুহ নাইনে ?"

ডাক্তৰে মোৰ প্ৰশ্নটো একৰাই গৈ কলে,—"তেওঁক এতিয়া শাসনৰ দৰকাৰ। তেওঁ বৰ মুকলিমূৰীয়া, যি ইচ্ছা তাকে কৰে আৰু সদায়ে তেওঁহে জিকে। আটায়ে তেওঁক মানি চলে। আজিলৈকে কোনেও তেওঁৰ ওপৰত কথা এষাৰ কোৱা নাই। দেখিছানে মই তেওঁৰ লগত কেনেকুৱা ব্যৱহাৰ কৰোঁ। স্কুলত পঢ়া এটা সৰু ছোৱালীৰ দৰে আদেশ দিওঁ, তেওঁৰ কথা কোৱাৰ ধৰণক নিন্দা কৰোঁ, সদায় চকুৰে চকুৰে ৰাখোঁ। তেওঁ এইবোৰ একোকে নুবুজে বুলি ভাবা নেকি ? তেওঁ বৰ অহঙ্কাৰী, মনটোও বৰ পূৰঠ। এইবোৰ কথাই প্ৰত্যেকবাৰ তেওঁক আঘাত কৰে, কিন্তু সকলো আঘাত সহ্য কৰিও তেওঁৰ শিৰ উন্নত হৈ থাকে, অহঙ্কাৰৰ বাবে তেওঁৰ মূৰ দোঁ খাই নেযায়। তেওঁৰ লগত এবছৰ ধৰি ঠিক তেনেকুৱা ব্যৱহাৰ কৰি আহিছিলোঁ,—তেওঁৰো মতি গতি লাহে লাহে ফিৰিবলৈ ধৰিছিল। মনত কষ্ট পাই আৰু বিৰক্তি লাগি তেওঁ কান্দি পেলাইছিল। লাহে লাহে আগতকৈ বেছি বুজন হৈ আহিব ধৰিছিল। তুমি আহি সকলো তল ওপৰ কৰি দিলা। এইদৰেই চলি আছে,—এজনে তেওঁক এৰি দিয়ে, আন এজনে আহি আদৰি তুলি লয়। তোমাৰ পিছত আকৌ তৃতীয় মানুহ এজন আহিব, যাক বোধকৰোঁ তুমি কাহানিও চিনি নোপোৱা।"

মনতে ভাবিলোঁ,—অ' ডাক্তৰে কিহবাৰ প্ৰতিশোধ লৈছে। তাৰ পিছত ফুটাই কলোঁ,—"ইমান দীঘলীয়া গল্প এটা এনেকৈ কণ্ঠ কৰি মোক কবলৈ তোমাৰ কি প্ৰয়োজন হৈছিল, ডাক্তৰ ? কি কাৰণে ? তুমি তেওঁক শিক্ষা দিয়া বিষয়ত ময়ো তোমাক সহায় কৰিব লাগিব নেকি ?"

মোৰ কথাটোলৈ সমূলি কাণ নকৰি তেওঁ কৈ যাবলৈ ধৰিলে,—তেওঁক কোনোবাই নিজৰ কৰি লব পাৰিব নে নোৱাৰে সুধিছিলা, নহয় নে ? নোৱাৰিব কেলেইে ? তেওঁ তেওঁৰ ৰূপহ কোঁৱৰৰ কাৰণে প্ৰতীক্ষা কৰি আছে। তেওঁ এতিয়ালৈকে আহি পোৱা নাই। বাৰে বাৰে তেওঁ ভাবে, এয়া তেওঁক পালোঁ, বাৰে বাৰে তেওঁৰ ভুল ভাঙে। তোমাকো তেওঁ তাকেই ভাবিছিল, বিশেষকৈ তোমাৰ চকু দুটা পশুৰ চকুৰ নিচিনা, সেই কাৰণে। হাঃ হাঃ হেৰা লেফটেনান্ট তুমি অন্ততঃ তোমাৰ ইউনিফৰ্মটো তোমাৰ লগত লৈ আহিব লাগিছিল। এতিয়া সেইটোৰে কাম হ'লহেঁতেন। তেওঁক জয় কৰিব নোৱাৰি কিয় ? মই মন কৰিছোঁ, তেওঁ সদায় কাৰোবাৰ প্ৰতীক্ষা কৰি থাকে। তেওঁ ভাবে কোনোবাই আহি তেওঁক লৈ যাবহি,—তেওঁৰ দেহ আৰু অন্তৰৰ ওপৰত ৰাজত্ব কৰিব। এই অপূৰ্ণ তীব্ৰ আকাংক্ষাটোৱে তেওঁৰ মনত ব্যথা দিয়ে। এৰা,—তেওঁ ক'ৰবাৰপৰা আহিব, এদিন আচম্বিতে দেখা দিবহি, সম্পূৰ্ণ অসাধাৰণভাৱে। মোৰ মনত এটা ভাব খেলিছে। ম্যাক অভিযান এটাত বাহিৰ হৈছে। এই ভ্ৰমণৰ নিশ্চয় কিবা এটা উদ্দেশ্য আছে। আগেয়ে এবাৰ এইদৰে ওলাই গৈ লগত মানুহ এজন লৈ আহিছিল।"

"পিছে সি কোনো কামৰ মানুহ নহয়।"

ডাক্তৰে মলিনভাৱে হাঁহি কলে,—"তাৰ মোৰ সমান বয়স, আৰু মোৰ দৰেই খোৰা। সি ৰাজকোঁৱৰ হব নোৱাৰিলে। তাৰ পিছত সি আকৌ গুচি গ'লগৈ।"

"ক'লৈ গ'লগৈ ?"

"ক'লৈ আকৌ ? গুচি গ'লগৈ ! মই আন একো নেজানো।",—কথা কওঁতে ডাক্তৰৰ খোতামোজা লাগিছে। কলে,—"হেৰা, আমি বহুতপৰ এই বিষয়ে কথা-বতৰা হলোঁ। এতিয়া আৰু সেইবোৰ যাবলৈ দিয়া। তোমাৰ ভৰিখন চাওঁ। অ' আৰু এসপ্তাহৰ ভিতৰতে তুমি লৰি চৰি ফুৰিব পাৰিবা। বাৰু, এতিয়া আহিলোঁ দেই।"



## উনৈশ

পঁজাটোৰ বাহিৰত তিৰোতা মানুহৰ মাত,—শৰীৰৰ সকলোখিনি তেজ গৈ মূৰত উঠিছে।—এডৱাৰ্ডা।

"গ্লান, গ্লান,—গ্লানৰ হেনো অসুখ !"

মোৰ ধুবুনীজনী বাহিৰতে বহি আছিল। তাই কলে,—"এতিয়া অলপ সকাহ পাইছে।"

তেওঁৰ মুখৰ সেই দুটা শব্দ—গ্লান, গ্লান,—মোৰ অন্তৰ পৰশি গ'ল। তেওঁ দুবাৰ মোক নাম ধৰি মাতিছে। তেওঁৰ মাতষাৰ কেনে মিঠা !

নুখুন্দিওৱাকৈয়ে দুৱাৰখন মেলি তেওঁ খৰধৰকৈ ভিতৰলৈ সোমাই আহিল আৰু মোৰ পিনে চালে। অতীত দিনবোৰলৈ মনত পৰিল। হঠাৎ মনত খেলালে, আজি যেন সেই পুৰণি দিন এটাহে। সেই ৰং দিয়া জেকেট ছোলা, ককালখন বেছিকৈ সৰু কৰি দেখুৱাবলৈ তললৈ নমাই পিন্ধা সেই ঘাগৰাটো। তেওঁৰ চাৱনি, কপালৰ ওপৰলৈ উঠি যোৱা চেলাউৰিযুৰিৰে সৈতে সেই লনি মুখখন, সুন্দৰ লাহি হাত দুখন,-সকলোবোৰ একেলগে মনত পৰি মনটো খেলিমেলি লগাই দিলে। মোৰ মূৰটো আচন্দ্ৰাই কৰিছে। মই ভাবিলোঁ—মই তেওঁক চুমা খাইছোঁ।

মই উঠি থিয় দিলোঁ।

"মই আহিলেই তুমি থিয় হোৱা, কেলেই ? তুমি বহা, ভৰিত দুখ পাবা। বাৰু বন্দুকটোৰে গুলীয়াইছিলা কিয়, কোৱাচোন ? মই কথাটো শুনাই নাছিলোঁ। তুমি নোযোৱা দেখি ভাবিছিলোঁ,—গ্লানৰ বাৰু হ'ল কি ? আজিকালি আৰু নাহে কেলেই ? মই এইবোৰ কথা সমূলি গম পোৱা নাছিলোঁ। সিহঁতে কলে, তুমি হেনো নিজে গুলীয়াইছা। এতিয়া কেনে আছা ? তুমি বৰ শেঁতা পৰিছা। অ' তোমাৰ ভৰিখন,—তুমি খোঁৰা হবা নেকি ? ডাক্তৰে হলে কৈছে যে তুমি হেনো খোঁৰা নোহোৱা। তুমি খোঁৰা নোহোৱা, এই কথাটো জানি মোৰ ইমান ভাল লাগিছে ! ঈশ্বৰক মোৰ কৃতজ্ঞতা জনাইছোঁ। তোমাক একো নোকোৱা নেমেলাকৈ এনেদৰে অহা দেখি আশাকৰোঁ তুমি মোক ক্ষমা কৰিছা। মই গোটেইটো বাট উধাতু খাই লৰি আহিছোঁ।—"

তেওঁ মোৰ ওচৰলৈ আহিল। মোৰ মুখৰ ওচৰলৈ তেওঁৰ মূৰটো দোঁ খাই আহিল,—তেওঁৰ তপত নিশ্বাস মোৰ মুখৰ ওপৰত অনুভৱ

কৰিছোঁ। তেওঁক ধৰিবলৈ হাতদুখন মেলি দিলোঁ। তেওঁ অলপ-মান আঁতৰি গ'ল। তেওঁৰ চকুযুৰি ছলছলীয়া।

মই কলোঁ,—"কি হৈছিল জানা নে? সৌ চুকটোতে বন্দুকটো থবলৈ গৈছিলোঁ। লাঠীডালৰ দৰে এবাৰ ওপৰলৈ এবাৰ তললৈ এনেদৰে বন্দুকটো লৈ গৈ আছিলোঁ। তাৰ পিছত হঠাৎ মই বন্দুকৰ শব্দটো শুনিলোঁ। কি কৰিবা, —দুৰ্ঘটনা।"

চিন্তাকুলভাৱে মূৰটো জোকাৰি এডৱাৰ্ডাই কলে,—"হঠাৎ! চাওঁ বাৰু ভৰিখন। কিন্তু সোঁভৰিখনত নেলাগি বাওঁভৰিখনত লাগিলগৈ কেনেকৈ? হয়নে— তুমি কব নোৱাৰাকৈ হঠাৎ······"

"এৰা, হঠাৎ অতৰ্কিতভাৱে হৈ গ'ল। পিছে বাওঁ ভৰিখনত কেলেই লাগিল, কেনেকৈ ক'ম? বাৰু চোৱাচোন, বন্দুকটো যদি এনেকৈ থাকে তেন্তে কোনখন ভৰিত লাগিব পাৰে? তেনেকৈ আছিল দেখি সোঁ ভৰি-খনত লাগিবৰ উপায় নাছিল। অৱশ্যে তেনেকৈ বন্দুকটো ধৰাত মোৰ যথেষ্ট মূৰ্খালি হৈছিল।"

তেওঁ বৰ আগ্ৰহান্বিত হৈ মোৰ পিনে চায়। পঁজাটোৰ কেউপিনে ঘূৰি চালে আৰু কলে,— "হুঁ, তোমাৰ দিনকাল ভালকৈ চলিছে তেনেহলে, নহয় জানো। তোমাৰ খোৱা-বোৱাৰ যোগাৰ কৰিববৰ কাৰণে সৌ তিৰোতাজনীক আমাৰ তালৈ পঠিয়াই দিয়া নাছিলা কেলেই? এই কেইদিন কি খাই আছা?"

তেওঁ বহুতো কথা কৈ যাবলৈ ধৰিলে। মই সুধিলোঁ,—"তুমি যেতিয়া আহিলা, তোমাৰ মুখখনত চাঞ্চল্য ফুটি উঠিছিল, চকুলো-ভৰা চকুযুৰি অপূৰ্ব জ্যোতিৰ্ময়ী হৈ পৰিছিল, মোলৈ তোমাৰ হাতখন মেলি দিছিলা। কিন্তু এতিয়া তোমাৰ চকুযুৰি নিষ্প্ৰভ,—নিষ্পন্দ। এইদৰে বোত মোৰ ভুল হৈছে নেকি?"

কাৰো মুখত কথা নাই, অলপবেলিৰ কাৰণে।

"মানুহ সদায় একেদৰে থাকিব নোৱাৰে······"

"মোক মাথোঁ এইটো কথা কোৱা। মই কি কৰিছোঁ বা কৈছো যাৰপৰা তুমি এনে আঘাত পাইছা? তেতিয়া হলে আগলৈ বোধকৰো বুজি শুনি চলিব পাৰিম। কোৱা।"

তেওঁ খিৰিকীখনেৰে দিগন্তত বিলীন হৈ যোৱা অসীম নীলাকাশৰ পিনে চাই কলে,—"একো নহয়, গ্লান। এনেয়ে কিবা খেলিমেলি ভাৱ-বোৰ মনলৈ আহে। হেৰা, তোমাৰ খং উঠিছে নেকি? বুজিছানে,



কোনোৱে অকণমান দিয়ে,—কিন্তু সেইকণ দিয়াই তেওঁলোকৰ পক্ষে কিমান দুঃসাধ্য। আকৌ কোনোৱে উজাৰ কৰি দিয়ে, তেনেকৈ দিয়াটো তেওঁলোকৰ মনত কথাৰ কথাই নহয়, হৰণো নাই, ভগনো নাই। এওঁলোকৰ ভিতৰত বেছি দিয়ে কোনে? অসুখত ভোগা বাবে তোমাৰ মুখখন বৰ ম্লান হৈ গৈছে। ক'ৰপৰা যে কি কথাবোৰ আহি পৰে!"

হঠাৎ তেওঁ মোৰ পিনে চালে, তেওঁৰ মুখখন আনন্দত উজ্বলি উঠিছে। "তুমি কিন্তু খুব সোনকালে ভাল হৈ উঠিবা, বুজিছানে? আকৌ লগ পাম দেই।"

তেওঁ মোলৈ হাতখন আগবঢ়াই দিলে।

কিবা ভাবি মই তেওঁৰ হাতখন তুলি নললোঁ। মই থিয় দিলোঁ, হাত দুখন পিছপিনে লৈ মই মূৰ দোঁৱাই নমস্কাৰ জনালোঁ। দয়া কৰি মোক চাবলৈ অহা বাবে তেনেকৈয়ে মই তেওঁক ধন্যবাদ জনালোঁ।

"তোমাক ঘৰলৈকে আগবঢ়াই থৈ আহিব নোৱাৰাৰ কাৰণে মোক ক্ষমা কৰিবা।"

তেওঁ গুচি গ'ল। বিছনাখনতে বহি কথাবোৰ আকৌ মনৰ ভিতৰতে পাগুলিবলৈ ধৰিছোঁ। মোৰ ইউনিফৰ্মটো পঠাই দিবৰ কাৰণে চিঠি এখন লিখিলোঁ।

## বিশ

বননিত প্ৰথম দিন।

মই সুখী—কিন্তু মনটোত এটা অৱসাদ আহিছে। পোক-পৰুৱা, চৰাই-চিৰিকতি আদিয়ে ওচৰলৈ আহে আৰু মোৰ মুখলৈ চায়। গছ-বোৰত পোক, আলিবাটটোতো পোকবোৰে পিপিয়াই ফুৰিবলৈ ধৰিছে। ভাল সঙ্গীবোৰৰ লগত দেখা হ'ল! বননিৰ নিবিড় অনুভূতি মোৰ শিৰাই শিৰাই পৰশ কৰিছোঁ। হেৰা বননি, তোমাক মই ইমান ভাল পাওঁ, মই ইমান সুখী! প্ৰিয় অৰণ্যানী, মোৰ সুখ দুখৰ আশ্ৰয় স্থল, অন্তৰৰ পৰা তোমাক কৃতজ্ঞতা জনাইছোঁ,--ঈশ্বৰে তোমাৰ মঙ্গল কৰক।-- ক্ষন্তেক ৰলোঁ, কেউপিনে ঘূৰি চালোঁ। সকলো বস্তুকে নাম ধৰি মাতো। ওখ পাহাৰখনৰ পিনে চাই পঠিয়াওঁ। সিহঁতে মোক গোটেই অন্তৰ ঢালি হাত বাও দি মাতিবলৈ ধৰিছে। ৰ'বা, ৰ'বা, এতিয়াই গৈছোঁ,—

সিহঁতৰ পিনে চাই কওঁ। সৌ পাহাৰখনৰ ওপৰত বাজ চৰাইটোৱে মাতিব ধৰিছে,—মই তাৰ বাঁহটো চিনি পাওঁ। পাহাৰৰ ওপৰৰপৰা তাৰ চিঞৰ শুনি মোৰ মনটো উৰি ফুৰিবলৈ ধৰে।

দুপৰীয়া নাও বাই আহি সৰু দ্বীপ এটাত উঠিলোঁ। বেঙুণীয়া ফুল আৰু কহুৱা বনেৰে ঠাইখিনি ভৰি আছে। তাত এটাও জন্তু নাই। মানুহো বোধকৰোঁ তালৈ কোনো দিনে অহা নাই। শিলত খুন্দা খাই খাই সাগৰত ঢৌ উঠিছে, এটা মধুৰ কল কল ধ্বনি উঠিছে, মোক যেন ধ্বনিৰ ওৰণি এখনে আৱৰি ধৰি আছে। সৌ আঁতৰৰ সৰু সৰু টিলাবোৰত চৰাইবোৰে কিৰিলি পাৰি ৰমলিয়াবলৈ ধৰিছে। চাৰিওফালৰ পৰা সাগৰে যেন মোক সাৱটি ধৰি আছে। ধন্য এই জীৱন, ধন্য এই পৃথিৱী আৰু আকাশ, ধন্য মোৰ শত্ৰু। আজি মোৰ সাতশতৰুকো মই সম্ভাষণ জনাওঁ। শতৰুৰ জোতাৰ ফিটা বান্ধি দিবলৈকো মই আজি সাজু। ···

ম্যাকৰ নাও এখনৰপৰা পৰিচিত গানৰ সুৰ এটা ভাহি আহে,··· মন মোৰ আনন্দত পুলকিত হৈ উঠে। নাওখন বাই বাই গৈ ঘাটত লগাওঁ, তাৰ পিছত জালোৱাহঁতৰ পঁজা কেইটাৰ কাষেৰে খোজ কাঢ়ি ঘৰ পাওঁগৈ। সন্ধিয়া হ'ল। ঈছপ আৰু মই কিবাকিবি অলপ খাই লৈ আকৌ হাবিখনৰ পিনে খোজ লওঁ। বতাহৰ কোমল বা-ছাটিয়ে মোৰ মুখত চুমা খাই যায়। মোৰ মুখখন পৰশ কৰি মৰম জনোৱা বাবে বতাহ ছাটিক ধন্যবাদ দিওঁ। কৃতজ্ঞতাত মোৰ প্ৰতিটো ৰক্ত কণা প্ৰণত হয়। মোৰ আঠুটোৰ ওপৰত ঈছপে তাৰ ঠেংখন তুলি দিয়ে।

মই বৰ শ্ৰান্ত। মোৰ টোপনি আহে।

শোৱা, শোৱা। বহুত আঁতৰত সাগৰৰ মাজত থকা পাহাৰখনৰ পৰা ঘন্টাৰ ধ্বনি বতাহত ভাহি আহিব ধৰিছে। দুবাৰ প্ৰাৰ্থনা কৰিলোঁ- মোৰ কাৰণে আৰু কুকুৰটোৰ কাৰণে। পাহাৰখন পালোঁগৈ। দুৱাৰ-খন বন্ধ হৈ গ'ল। দুৱাৰ বন্ধ কৰাৰ শব্দত উচপ খাই উঠিলোঁ। সাৰ পালোঁ।

সেন্দুৰীয়া আকাশ, মোৰ চকুৰ সন্মুখত ৰঙা বেলি। ৰাতি, সীমাহীন আকাশ, আটায়ে যেন পোহৰৰ প্ৰতিধ্বনি কৰিছে। ঈছপ আৰু মই;—আমাৰ কেউপিনে সকলো নীৰৱ, নিস্তব্ধ। ঈছপক কলোঁ, আমি এতিয়া আৰু নোশোওঁ, কালিলৈ চিকাৰলৈ যাম,—আমাৰ মূৰৰ



ওপৰত বেলিয়ে কিৰণ বিলাব লাগিছে, আমি আৰু উভতি নেযাওঁ।— লাগবান্ধ নোহোৱা নানা চিন্তাই মোৰ মনত ভুমুকি মাৰি যায়, মন মোৰ উত্তেজিত হৈ উঠে।

উত্তেজিত কিন্তু দুৰ্বল। অনুভৱ কৰিলোঁ, কোনোবাই যেন মোক চুমা খাইছে, মোৰ ওঠত চুমাৰ দাগ লাগি আছে। কেউপিনে চালোঁ, কাকো নেদেখিলোঁ। "ইছেলিন !" ঘাঁহনিত এটা ক্ষীণ শব্দ,—বোধ-কৰো গছৰ পাত এটা সৰিল, নাইবা হয়তো কাৰোবাৰ পদধ্বনি। বননিত এটা ব্যাকুল কঁপনি ঢৌ খেলি গ'ল,—বোধকৰোঁ ইছেলিনৰ নিশাহ। এই বননিতেই ইছেলিনে বিহাৰ কৰি ফুৰে,—ইয়াতেই তেওঁ হালধীয়া জোতা আৰু সেউজীয়া সাজপাৰ পিন্ধা কত চিকাৰীৰ প্ৰাৰ্থনা, শুনিছে। চাৰিপুৰুষ আগেয়ে খিৰিকীখনতে বহি তেওঁ হাবিয়ে বননিয়ে চিকাৰীবোৰৰ শিঙানাদৰ প্ৰতিধ্বনি শুনিছিল। পহু, কুকুৰনেচীয়া বাঘ, ভালুক আদি অসংখ্য আছিল। চিকাৰীও আছিল অগণন। সিহঁত আটায়ে দেখিছে তেওঁ কেনেকৈ কণমানি ছোৱালীটিৰ পৰা লাহে লাহে ডাঙৰ হ'ল।

কোনোৱে দেখিলে, তেওঁৰ চকু, কোনোৱে শুনিলে তেওঁৰ মাত। যেতিয়া তেওঁৰ বয়স বাৰ বছৰ, তেতিয়া আছিল ডাণ্ডাছ। তেওঁ আছিল স্কটলেণ্ড দেশৰ মানুহ। মাছৰ কাৰবাৰ কৰিছিল আৰু তেওঁৰ জাহাজ আছিল অগণন। তেওঁৰ ল'ৰা এজন আছিল। ইছে-লিনৰ বয়স যেতিয়া ষোল বছৰ তেতিয়া ডেকা ডাণ্ডাছক তেওঁ প্ৰথমবাৰ দেখিলে। ডাণ্ডাছেই আছিল তেওঁৰ প্ৰথম প্ৰেমিক।—

এনেকুৱা নানা খেলিমেলি চিন্তাই মোৰ মনত ভুমুকি মাৰি যায়। মূৰটো বৰ গধুৰ গধুৰ লাগে। চকু মুদো আৰু ইছেলিনৰ চুমা অনুভৱ কৰো। ইছেলিন, প্ৰিয়া মোৰ, তুমি ক'ত ? ডাইডেৰিকক গছৰ আঁৰত লুকাই থৈছা নেকি ? মূৰটো আৰু গধুৰ হয়। টোপনিৰ ঢৌত উটি ভাহি ফুৰিছোঁ।

শোৱা, শোৱা। কোনোবাই কথা কৈছে, মোৰ শোণিত লীলায়িত হৈ উঠিছে। সপ্তৰ্ষিয়ে যেন তাৰেই ছন্দে ছন্দে গীত ধৰিছে। ইছেলিনৰ মাত।

"শোৱা, শোৱা। মই তোমাক মোৰ প্ৰণয় কাহিনী কওঁ,—সেই মোৰ প্ৰথম নিশাৰ কথা। এৰা, মোৰ খুব ভালকৈ মনত আছে। সেই-দিনা মই দুৱাৰখনত ডাংদাল দিবলৈ পাহৰি গৈছিলোঁ। মোৰ বয়স

তেতিয়া ষোল বছৰ। বসন্তকাল। মলয়াৰ বাই মোৰ গাতে ছাটি মাৰি মোক বিয়াকুল কৰি তুলিছিল। সেই খেনতে ডাগুাছ আহিল। চিকাৰলৈ যোৱাৰ আগেয়ে এদিন ৰাতিপুৱা মই তেওঁক লগ পাইছিলোঁ। বহুত দূৰৰ পৰা তেওঁ আহিছিল। তেওঁৰ বয়স তেতিয়া পঁচিশ বছৰ। ফুলনিখনত আমি দুয়ো ওচৰাওচৰিকৈ ঘূৰি ফুৰিছিলোঁ, তেওঁ মোক হাতখনেৰে স্পৰ্শ কৰিলে। তেতিয়াৰ পৰাই তেওঁক মই ভাল পাবলৈ ধৰিলোঁ। তেওঁৰ কপালখনত দুটা ৰঙা দাগ। সেই দাগ দুটাত চুমা খাবলৈ বৰ মন গৈছিল।

"চিকাৰৰ পৰা অহাৰ পিছত এদিন গধূলি তেওঁক বিচাৰি ফুলনিখনত সোমালোঁগৈ। মনত লাগিছিল ভয়, জানোচা তেওঁৰ লগত দেখা-দেখি হয়। তেওঁৰ নাম ধৰি লাহে লাহে মাতিলোঁ,---ভয়ত বুকুখন কঁপি উঠিছিল, কিজানিবা তেওঁ শুনে। জোপোহাটোৰ আঁৰৰ পৰা তেওঁ ওলাই আহিল আৰু ফুচফুচাই কলে,—মাজ নিশাৰ এঘন্টা পিছত।" এই বুলি কৈ তেওঁ গুচি গ'লগৈ।

"মাজ নিশাৰ এঘন্টা পিছত" ইয়াৰ মানে কি? একোকে নুবুজো। বোধকৰোঁ তেওঁ আকৌ দূৰদূৰণিৰ দেশলৈ গুচি যাবলৈ ওলাইছে। মাজ নিশাৰ এঘন্টা পিছতেই হয়তো তেওঁ যাবগৈ —কিন্তু তাৰ পৰা মোৰ কি হ'ল?

"আৰু তাৰ পিছত,—মই দুৱাৰখনত ডাং দিবলৈ পাহৰি গলোঁ।"

মাজ নিশাৰ এঘন্টা পিছত তেওঁ আহিল।

"দুৱাৰখন বন্ধ নাছিল নেকি?"—মই সোধো।

"বাৰু, এতিয়া বন্ধ কৰি দিওঁ",—তেওঁ কলে।

তেওঁ দুৱাৰখন বন্ধ কৰি দিলে। ভিতৰত মাথো আমি দুজন। তেওঁৰ বুট জোতাযোৰৰ শব্দৰ কাৰণে ভয় লাগিছিল,—জানোচা······। "মোৰ লিগিৰীজনীক জগাই নুতুলিবা।" চেয়াৰখন পুৰণি, বহিলেই কেৰকেৰণি শব্দ হয়। মই কলোঁ, "সেই চেয়াৰখনত নবহিবা, বৰ শব্দ হয়।"

"মই তোমাৰ ওচৰত বহিব পাৰোনে?"

"বহা।"

"মাথোঁ চেয়াৰখনত তেনেকৈ শব্দ হয় বুলিহে—"

আমি ছোফাখনত বহিলোঁ। মই অলপ আঁতৰি বহিলোঁ। তেওঁ আৰু কাষ চাপিহে বহিল। মই তললৈ মূৰ কৰিলোঁ।



তেওঁ মোৰ হাতখন লৈ কলে,---"তোমাৰ গাটো ঠাণ্ডা।"—অলপ পৰ পিছত আকৌ কলে,---"তোমাৰ গাটো ইমান ঠাণ্ডা!"---তেওঁ বাহুৰে মোক ঘেৰি ধৰিছে।

তেওঁৰ বাহুৰ আবেষ্টনীত বঢ়িয়া উম লাগিছে। সেইদেখি আমি আৰু অলপ সময় বহি থাকিলোঁ। কুকুৰা এটাই মাতিব ধৰিছে।

তেওঁ কলে,---"শুনিছানে, কুকুৰাই ডাক দিছে? ৰাতি পুৱাল।"

তেওঁ মোক স্পৰ্শ কৰিলে। মই নিজকে হেৰুৱাই পেলালোঁ।

কঁপা মাতেৰে সুধিলোঁ,---"সঁচাকৈয়ে কুকুৰাই মাতিছে নেকি?"

তেওঁৰ কপালত ৰঙা দাগ দুটা আকৌ দেখিলোঁ। উঠিবলৈ চেষ্টা কৰিলোঁ, তেওঁ উঠিবলৈ নিদিলে, নিবিড়ভাৱে সাৱটি ধৰি থাকিল। সেই মোহ লগা দাগ দুটাত চুমা খালোঁ। চকু মুদি তেওঁৰ চুমালৈ অপেক্ষা কৰি আছোঁ······

পোহৰ হ'ল। ৰাতি পুৱাল। সাৰ পালোঁ। সকলোবোৰ অচিনাকি যেন লাগিছে। নিজৰ ঘৰৰ বেৰকেখনো যেন চিনি নেপাওঁ। উঠি থিয় দিলোঁ। এইযোৰ যেন মোৰ জোতা নহয়। এটা আকুল শিহৰণ লাগি মোৰ প্ৰতিটো অঙ্গ পুলকিত হৈ উঠিছে। কিনো হ'ল বাৰু মোৰ? হাঁহি উঠিল। কিমান বাজিল? কব নোৱাৰোঁ। মাথোঁ মোৰ মনত পৰিছে যে দুৱাৰখনত ডাংদাল দিবলৈ পাহৰি গৈছিলোঁ।

লিগিৰীজনী সোমাই আহিল।

"তোমাৰ ফুল গছবোৰত এতিয়ালৈকে পানী দিয়া হোৱা নাই।" —তাই কলে।

"ফুলৰ কথা পাহৰি গৈছোঁ।"

"তোমাৰ সাজপাৰযোৰ দেখোন মোহাৰি পেলাইছা,"—তাই সোধে।

মোহৰা গ'ল কেনেকৈ? বোধকৰোঁ যোৱাকালি নিশা। হাঁহি উঠিল। পদূলিমূৰতে গাড়ী এখন ৰ'লহি।

"তোমাৰ মেকুৰীজনীক এতিয়ালৈকে গাখীৰ খুউৱা হোৱা নাই",—লিগিৰীজনীয়ে কলে।

ফুল, সাজপাৰ, মেকুৰী—একোৰে কথা নেভাবোঁ। সেইবোৰৰ বিষয়ে ভাবিবলৈ মোৰ সময় নাই। লিগিৰীজনীক কলোঁ,—"ডাগুাছ আহিল নেকি চোৱাচোন। মই তেওঁলৈ বাট চাই আছোঁ। কিবা

এটা···” আপোনমনে ভাবোঁ, তেওঁ আহি আজিও দুৱাৰখন বন্ধ কৰি দিব নেকি ?

কোনোবাই দুৱাৰখনত খুন্দিয়াইছে। দুৱাৰখন খুলি দিলোঁ। তাৰ পিছত মই নিজেই আকৌ বন্ধ কৰি দিলোঁ।

“ইছেলিন”—তেওঁ চিঞৰি মাতে আৰু বহপৰধৰি মোৰ ওঠত চুমা খায়।

“মই তোমাক মাতি পঠিওৱা নাই”,—মই তেওঁৰ কাণৰ কাষত লাহেকৈ কলোঁ।

“মাতি পঠিওৱা নাছিলানে ?”

নিজকে পাহৰি যাওঁ। কলোঁ,—“এৰা পঠিয়াইছিলোঁ, ময়ে তোমাক মাতি পঠিয়াইছিলোঁ। তোমাক আকৌ লগ পাবলৈ অধীৰ আগ্ৰহেৰে প্ৰতীক্ষা কৰি আছিলোঁ। অলপ সময় মোৰ লগতে থাকা।”

তেওঁৰ ভাল পোৱাৰ আৱেশত মোৰ চকুযুৰি মুদ খাই যায়। তেওঁ বান্ধোন ঢিলাই নিদিয়ে, মই আৰু ওচৰ চাপি যাওঁ আৰু তেওঁৰ বুকুতে মুখখন লুকুৱাওঁ।

“শুনিছানে, আকৌ কুকুৰাই ডাক দিছে হবলা !”

“ক’তা, একোৱে ডাক দিয়া নাই দেখোন। তুমি কিবোৰ ভাবি আছা ?” তেওঁ মোৰ বুকুত চুমা খালে।

“অলপপৰ ৰ’বা, দুৱাৰখন বন্ধ কৰি থৈ আহো,”—তেওঁ উঠিবলৈ খুজিলে।

মই তেওঁক উঠিবলৈ নিদিলোঁ আৰু কাণে কাণে কলোঁ—“দুৱাৰখন বন্ধ কৰা আছে।”

আকৌ গধূলি হ’ল। ডাণ্ডাছ গ’ল। সৰ্বাঙ্গত এটা পুলক শিহৰণ অনুভৱ কৰিছোঁ। আৰ্চীখনৰ সন্মুখত থিয় হলোঁ। প্ৰেমৰ জেউতিত চকুযুৰি দীপ্তিময়ী হৈ উঠিছে, নিজকে চাই নিজেই মুগ্ধ হৈছোঁ, অন্তৰখন কঁপি কঁপি উঠিছে। মোৰ চকুযুৰি যে ইমান ধুনীয়া আগেয়েতো জনা নাছিলোঁ! অন্তৰৰ সকলোখিনি প্ৰেম আৰু কামনা লৈ আৰ্চীখনত নিজৰ ওঁঠযুৰিৰ ওপৰত চুমা খালোঁ······

এনেকুৱা আছিল মোৰ সেই প্ৰথম নিশা। তোমাক তাৰ পিছ-দিনাৰ ৰাতিপুৱা আৰু গধূলিৰ কথাও কলোঁ। আন এসময়ত তোমাক শ্বেগু হাৰ্লুফ্‌ছেনৰ কথা কম। তেওঁকো ভাল পাইছিলোঁ। সৌ আঁতৰৰ দ্বীপটোতে তেওঁ বাস কৰিছিল। কতদিন জহকালি গধূলি মই অকলে



নাও বাই তেওঁৰ তালৈ গৈছিলোঁ। ইমান ভাল পাইছিলোঁ তেওঁক ! আৰু ষ্টেমাৰৰ কথাও তোমাক কম। তেওঁ পুৰোহিত আছিল। তেওঁকো ভাল পাইছিলোঁ। আটাইকে ভাল পাওঁ···”

তন্দ্ৰাৰ মাজেৰে আঁতৰত ছিৰিলাণ্ডত কুকুৰাৰ ডাক শুনোঁ।

“ইছেলিন, শুনা শুনা, আমাৰ কাৰণেও কুকুৰাই মাতিব ধৰিছে।”··· আনন্দত চিঞৰি উঠোঁ। হাত দুখন মেলি দিওঁ। সাৰ পালোঁ। ঈছপ কেতিয়াবাই উঠিল। “গুচি গ’ল”···, বৰ ব্যথা অনুভৱ কৰোঁ। কেউপিনে ঘূৰি চালোঁ। কেও ক’তো নাই। ৰাতি পুৱাইছে। ছিৰি-লাণ্ডত কুকুৰাটোৱে এতিয়াও মাতিব ধৰিছে।

পৰ্জাটোৰ ওচৰতে গাভৰু এজনী থিয় দি আছে,—ইভা। তেওঁৰ হাতত এগছ জৰী। খৰি লুৰিবলৈ যাবলৈ ওলাইছে। গাভৰুজনীৰ জীৱনত এতিয়া প্ৰথম প্ৰভাত। তেওঁ তাতে থিয় দি আছে আৰু বুকুখন ঘনাই উঠা নমা কৰিছে। বেলিৰ জিলিঙনি পৰি সকলো সোণালী হৈ উঠিছে।

“তুমি নেভাবিবা যে যে···” তেওঁ কথা শেষ কৰিব নোৱাৰে, খোতামোজা খায়।

“কি ভাবিব নেলাগে ইভা !”

“যে মই, যে মই তোমাৰ লগত দেখা কৰিবলৈকেই এই বাটেদি আহিছোঁ। মাথোঁ এই ফালেদি যাওঁতে······

তেওঁৰ মুখখন লাজতে ৰঙচুৱা হৈ পৰে।

## একৈশ

ভৱিৰ বিষে মাজে মাজে বৰ কষ্ট দিয়ে। ইয়াৰ বিষত তৎ নেপাই কত ৰাতি মই উজাগৰে আছোঁ। কেতিয়াবা হঠাৎ টন্‌টনাই বিষায়। বাৰিষাকালত বিষ বেছি হয়। এইদৰে বহুতদিন ভুগিলোঁ, কিন্তু মই একেবাৰে খোৰা নহলোঁ।

দিন যায়।

ম্যাক উভতি আহিছে। তেওঁ মোৰ পৰা নাওখন লৈ গ’ল। মই বৰ অসুবিধাত পৰিলোঁ। চিকাৰো কৰিব পৰা নাই, কাৰণ এতিয়া চিকাৰৰ বতৰ নহয়। কিন্তু আগেয়ে নোকোৱা নেমেলাকৈ হঠাৎ তেওঁ

নাওখন লৈ গ'ল কিয় ? ম্যাকৰ তলত কামকৰা দুজন মানুহে কোনোবা বিদেশী এজনক লৈ ৰাতিপুৱা নাও বাই ফুৰিছিল।

ডাক্তৰক লগ পালোঁ।

"সিহঁতে মোৰ নাওঁখন লৈ গ'ল"--মই ডাক্তৰক কলোঁ।

ডাক্তৰে কলে,---"এগৰাকী নতুন মানুহ আহিছে। তেওঁক সদায় নাওখনেৰে ফুৰাবলৈ নিব লাগে আৰু গধূলি হলে ঘৰ পোৱাই দিবহি লাগে। সাগৰৰ বিষয়ে কিবা সমীক্ষা চলাব ধৰিছে।"

অভ্যাগতজন ফিনলেণ্ডৰ মানুহ। জাহাজৰ ডেকত ঘটনাক্ৰমে ম্যাকৰ লগত দেখা হৈছিল। তেওঁ স্পিটছ্‌বাৰ্গেনৰ পৰা আহিছে আৰু লগত কিছুমান মাছৰ পাতি আৰু কেতবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সাগৰৰ জন্তু লৈ আহিছে। তেওঁক আটায়ে বেৰণ বুলি মাতে। ম্যাকৰ ঘৰত তেওঁ থাকিবৰ বাবে এটা ডাঙৰ আৰু এটা সৰু কোঠালি দিছে। তেওঁ ইয়ালৈ অহাৰ পৰা এটা উত্তেজনাৰ সৃষ্টি হৈছে।

মঙহ নোপোৱাৰ বাবে বৰ অসুবিধা হৈছে। মনতে ভাবিলোঁ, আজি গধূলিৰ সাজৰ কাৰণে এডৱাৰ্ডাকে কিবাকিবি অলপমান খুজিব লাগিব। ছিৰিলাওলৈ গলোঁ। মোৰ তৎক্ষণাত চকু পৰিল এডৱাৰ্ডাই এযোৰ নতুন সাজপাৰ পিন্ধিছে। তেওঁ আৰু ডাঙৰ হোৱা যেন লাগিল,— পিন্ধা সাজপাৰো আগতকৈ ডাঙৰ।

"উঠিব নোৱাৰাৰ বাবে ক্ষমা কৰিবা,"—এইবুলি লাহেকৈ কৈ মোলৈ হাতখন আগবঢ়াই দিলে।

ম্যাকে কলে,—"তাইৰ গা বৰ ভাল নহয়। পানী লাগিছে,—— তাই কেতিয়াও নিজৰ গালৈ নেচায়।——অ' তোমাৰ নাওখন খুজিবলৈ আহিছা, নহয় নে ? সেইখনৰ সলনি তোমাক আন এখনহে দিম দেই। অৱশ্যে সেইখন নতুন নাও নহয়, মাজে মাজে পানী সোমাব পাৰে, পিছে তেতিয়া পানীখিনি সিচি পেলালেই হ'ল। ইয়ালৈ এজন বৈজ্ঞানিক আহিছে, তাতে আকৌ আমাৰ অতিথি। তেনেকুৱা মানুহ এগৰাকীৰ কাৰণে,—বুজিছাই নহয়। তেওঁৰ মুঠেই সময় নাই। দিনৰ দিনটো কাম কৰে আৰু গধূলি হলে ঘৰলৈ আহে। তুমি এতিয়াই গুচি নেযাবা, তেওঁ অহালৈ বাট চোৱা। তেওঁৰে সৈতে কথা পাতি বৰ আনন্দ পাবা। এইয়া চোৱা, মুকুটৰ ছাব মৰা তেওঁৰ নাম লিখা কাৰ্ড। তেওঁ এজন বেৰণ। বঢ়িয়া মানুহজন। মই তেওঁক হঠাৎ লগ পাইছিলোঁ।

মই ভাবিলোঁ—মোক এওঁলোকে এসাজ ভাত খাবলৈকো অনুৰোধ নকৰে। হওক বাৰু, মই মাথোঁ মন চাবলৈকেহে আহিছিলোঁ। আকৌ ঘৰলৈকেই উভতি যাওঁ। ঘৰত এতিয়াও মাছ কেডোখৰমান আছে। এসাজৰ কাৰণে যথেষ্ট হব। বঢ়িয়া!



বেৰণ আহিল। চুটি-চাপৰ মানুহজন। বয়স প্ৰায় চল্লিচ বছৰ। মুখখন সৰু কিন্তু দীঘলীয়া। গালৰ হাড় দুদাল ওখ আৰু মুখত পাতল ক'লা ডাঢ়ি। তেওঁৰ চাৱনি বৰ চোকা। চকুত এযোৰ বৰ মজবুত বিতচকু পিন্ধিছে। তেওঁৰ কামিজৰ বোতামবোৰতো পাঁচ কোণীয়া মুকুট খটাই লৈছে। তেওঁ সন্মুখলৈ অলপমান হালিলে। তেওঁৰ ক্ষীণ হাত দুখনত নীলবৰণীয়া শিৰ ফুটি ওলাইছে। হাতৰ নখবোৰ হালধীয়া।

আপোনাক লগ পাই বৰ সন্তোষ পালোঁ, লেফ্‌টেনান্ট। আপুনি ইয়াত থাকিবৰ বহুদিন হ'ল হবলা, হয় নে ?"

"কেমাহমান হ'ল।"

বঢ়িয়া মানুহজন। ম্যাকে তেওঁৰ মাছৰ পাতি আৰু সাগৰৰ আন আন বস্তুবোৰৰ বিষয়ে কবলৈ অনুৰোধ কৰিলে। তেওঁ বৰ আনন্দেৰে সৈতে কবলৈ ধৰিলে কোৰহোল্‌মাৰ্ণৰ মাটিবোৰ কেনেকুৱা। তাৰ পিছত তেওঁৰ কোঠালিটোলৈ গৈ শ্বেতসাগৰৰ পৰা অনা নল খাগৰিৰ নমুনাবোৰ দেখুৱালে। তেওঁ ঘনাই ঘনাই তেওঁৰ সেই ডাঠ সোণালী বিতচকুযোৰ নাকটোৰ ওপৰত ঠিককৈ বহুৱাব লাগিছে। ম্যাকে তেওঁৰ কথাবোৰ শুনি বৰ ৰং পাইছে। এঘন্টা হৈ গ'ল।

বেৰণে মোৰ দুৰ্ঘটনাটোৰ বিষয়েও কলে,—সেই বন্দুকৰ গুলীটোৰ কথা। সম্পূৰ্ণৰূপে ভাল হৈছে নে নাই সুধিলে। ভাল হোৱা বুলি শুনি বৰ সুখ পোৱা বুলি কলে।

সেই কথাটো তেওঁক কোনে কলে ?

মই সুধিলোঁ,—"আপুনি সেইটো কথাৰ কেনেকৈ গম পালে বেৰণ?"

"কোন নো হব আৰু ? শ্ৰীমতী ম্যাক, আপুনিয়েই মোক কৈছিল নহয় নে ?" এডৱাৰ্ডাৰ মুখখন ৰঙা হৈ উঠিল।

মই ইমান দুৰ্ভগীয়া। অতদিন ধৰি এটা গভীৰ বেদনাৰ বোজা কোনে যেন মোৰ বুকুত হেঁচা মাৰি ধৰি আছিল, এই বিদেশীজনৰ কথা শুনি মুহূৰ্ততে মোৰ সৰ্বাঙ্গ পুলকিত হৈ উঠিল। এডৱাৰ্ডাৰ পিনে চাব নোৱাৰিলোঁ, কিন্তু মনে মনে তেওঁক ধন্যবাদ জনালোঁ। তুমি মোৰ বিষয়ে কৈছা, তোমাৰ জিভাখনেৰে মোৰ নামটো উচ্চাৰিত হৈছে।

তোমাৰ মনত সি যিমানেই মূল্যহীন নহওক কিয়,—তাৰ বাবে তোমাক ধন্যবাদ। শুভৰাত্ৰি।

মই বিদায় ললোঁ। এডৱাৰ্ডা সেইদৰেই বহি থাকিল। ভদ্ৰতাৰ খাতিৰত কলে, তেওঁৰ গা ভাল নহয় সেইবাবে উঠিব নোৱাৰাৰ কাৰণে যেন তেওঁক বেয়া পোৱা নহয়। উদাসভাৱে তেওঁ মোলৈ হাতখন আগবঢ়াই দিলে।

ম্যাকে বেৰণৰ লগত খুব উৎসাহেৰে কথা পাতিবলৈ ধৰিছে—

—"হেৰা বেৰণ, তোমাক মই আগেয়ে কলো নে নাই পাহৰিলোঁ। এই হীৰাটো ৰজা কাৰ্ল জোহানে নিজ হাতেৰে মোৰ ককাদেউতাৰ বুকুত পিন্ধাই দিছিল।"

সন্মুখৰ খট্‌খটিটোৰ ওচৰলৈ গলোঁ। কোনেও মোক আগবঢ়াই থবলৈ নাহিল। বহা কোঠালিটোৰ কাষেৰে যাওঁতে খিৰিকীখনেৰে ভিতৰলৈ ভুমুকিয়াই চালোঁ। দেখিলোঁ এডৱাৰ্ডাই থিয় হৈ পৰ্দাখন দুয়োখন হাতেৰে আঁতৰাই ধৰি বাহিৰলৈ চাই আছে;—এডৱাৰ্ডা ওখ, লনি। মই তেওঁক অভিবাদন নকৰিলোঁ, সকলো যেন পাহৰি গৈছোঁ। মূৰটোৰ ভিতৰত এটা ধুমুহা বলিব লাগিছে। মই কি কৰিছোঁ, কব নোৱাৰোঁ, খৰধৰকৈ তাৰ পৰা গুচি গলোঁগৈ।

বননিখন পালোঁহি। নিজকে নিজে কলোঁ, "খন্তেক ৰ'বা।" ভগবান, ইয়াৰ শেষ ক'ত মোক দেখুৱাই দিয়া। মনটো অস্থিৰ হৈ উঠিছে। মোৰ মনত আৰু কোনো অহঙ্কাৰ নাই। এসপ্তাহকাল মই এডৱাৰ্ডাৰ মৰম-চেনেহ পাইছিলোঁ, সিও শেষ হৈ গৈছে। এতিয়াৰ পৰা যেন মোৰ অন্তৰখনে তেওঁৰ কাৰণেই কান্দে। হেৰা, মোৰ পথৰ ওপৰৰ ধূলি, বতাহ, মাটি,—হেৰা, ভগবান,···

পঁজাটো পালোঁহি। মাছ পালোঁ, ৰান্ধিবাঢ়ি লৈ এসাজ খালোঁ।

এজনী সামান্য স্কুলীয়া ছোৱালীৰ কাৰণে তুমি গোটেই জীৱনটো ডেই-পুৰি মৰিব ধৰিছা,—নিশা টোপনিতো দেখিছা ভুলৰহে সপোন। তোমাৰ মূৰৰ কেউপিনে উত্তপ্ত বতাহ গুমৰি গুমৰি ঘূৰি ফুৰিছে, সেয়া বতাহ নহয়, যোৱা বছৰৰ বিষাক্ত নিশ্বাস। আকাশে তাৰ বুকুত নীলবৰণীয়া ৰহণ সানি আবেগতে কঁপিব ধৰিছে, পাহাৰবোৰে মাতিব ধৰিছে। আহ ঈছপ——

এসপ্তাহ হৈ গ'ল। কমাৰৰ নাওখন ভাড়া কৰি লৈ খাবৰ কাৰণে মাছ মাৰিবলৈ ধৰিছোঁ। সাগৰ ভ্ৰমণ কৰি সদায় গধূলি বেৰণ উভতি



আহে আৰু নিতৌ এডৱাৰ্ডাৰ লগত একেলগে ফুৰে। তেওঁলোকক এদিনাখন কাৰখানাত দেখিছিলোঁ। এদিন গধূলি তেওঁ মোৰ পঁজাটোৰ কাষেৰেই গৈছিল। মই খিৰিকীমুখৰ পৰা আঁতৰি আহিলোঁ আৰু দুৱাৰখন বন্ধ কৰি দিলোঁ। তেওঁলোকক একেলগে দেখিলে মোৰ মনত কোনো ভাবৰেই উদয় নহয়। এদিন তেওঁলোকৰ লগত আলি-বাটতেই দেখা দেখি হ'ল। পৰস্পৰে সম্ভাষণ জনালোঁ। বেৰণেই মোক প্ৰথমতে দেখিলে। অলপ অভদ্ৰতা কৰো বুলি মই মাথোন মোৰ টুপীটোত আঙুলি দুটা ছোৱালোঁ। লাহে লাহে তেওঁলোকৰ কাষেৰেই মই গুচি গলোঁ, আৰু যাওঁতে এবাৰ তেওঁলোকলৈ চাওঁ নে নেচাওঁকৈ চাই গলোঁ।

আৰু এদিন গ'ল।

এনেকৈয়ে কিমান দিন গ'ল! বৰ নিৰুৎসাহিত হৈছোঁ, আগৰ সেই উলাহী মন নাই,—আনকি মোৰ পঁজাটোৰ কাষত থকা সেই দৰদী ধোঁৱাবৰণীয়া শিলটোৱেও যেন মই তাৰ কাষেৰে যাওঁতে হতাশ আৰু বেদনাহত হৈ মোলৈ চাইছে। বৰষুণ দিবলৈ ধৰিছে। অলপ আগতে গৰমত ঠাইডোখৰ গমগমাই আছিল। বৰষুণ দিয়াৰ লগে লগে মোৰ বাওঁ ভৰিখনতো বাত বিষ আৰম্ভ হ'ল। ম্যাকৰ ঘোঁৰা এটা আজি ৰাতিপুৱা কঁপি থকা দেখিছিলোঁ। এইবোৰৰ পৰা বতৰৰ গতি গোত্ৰ বুজিব পাৰোঁ। এই বতৰতেই খোৱা-লোৱা বস্তুখিনিৰ দিহা কৰিব লাগিল।

ঈছপক বান্ধি থৈ বৰশী আৰু বন্দুকটো লৈ ঘাটৰ পিনে গলোঁ। মনটো আজি বৰ অস্থিৰ হৈ আছে।

"ডাক জাহাজ কেতিয়া আহিব, অ?'—জালোৱা এটাক সুধিলোঁ।

"ডাক জাহাজ? তিনি সপ্তাহমানৰ ভিতৰতে আহিব,"—সি কলে।

"হুঁ, মই ইউনিফৰ্মটোৰ কাৰণে বাট চাই আছোঁ।"

ম্যাকৰ সহকাৰী এজনৰ লগত দেখা হ'ল। তেওঁক সম্ভাষণ জনালোঁ, আৰু সুধিলোঁ,—"হেৰা মোক কোৱাচোন, তোমালোকে আজি-কালিও ছিৰিলাণ্ডত হুইষ্ট খেলানে?"

"হয়, প্ৰায়েই খেলোঁ।"

"বহুত দিন সেই পিনে যোৱা নাই,"—মই কলোঁ।

নাও বাই গৈ মোৰ বৰশী বোৱা ঠাইডোখৰ পালোঁগৈ। বতৰ ডাৱৰীয়া। জাক বান্ধি বান্ধি মহ ডাঁহবোৰে মুখৰ ওচৰলৈ আহি গুণ-

গুণাবলৈ ধৰেহি। সিহঁতক আতঁৰাই ৰাখিবৰ কাৰণে সকলো সময়তে ছিগাৰেট হপি আছোঁ। মাছে খুটিয়াবলৈ ধৰিছে। বৰশী দুটাৰে যথেষ্ট মাছ ধৰিলোঁ। ঘৰলৈ উভতি আহোঁতে বাটত দুটা চৰায়ো মাৰি আনিলোঁ।"

পাৰলৈ উঠি আহি দেখিলোঁ কমাৰজনে তাতে কিবা কাম কৰিবলৈ ধৰিছে। মই কিবা ভাবি তেওঁক সুধিলোঁ, "হেৰা আমাৰ পিনে যাবা নেকি?"

"নেযাওঁ। ম্যাকে মোক ইয়াতে কাম এটা কৰিবলৈ দিছে। কামটো শেষ কৰি যাওঁতে ৰাতি দোভাগ হব।"

মই হয়ভৰ দি মূৰটো জোকাৰিলোঁ। মনতে ভাবিলোঁ, ভালেই হ'ল।

কমাৰৰ ঘৰৰ কাষেৰে ঘূৰি গলোঁগৈ। ইভা অকলে আছে।

তেওঁক দেখি মনটো চঞ্চল হৈ উঠিছে। ইভা কিন্তু ইমান আচৰিত হৈছে যে মোৰ মুখৰ পিনে চাব পৰা নাই। মই কলো—সৰ্বান্তঃকৰণেৰে মই তোমাক বিচাৰিছিলোঁ। তোমাৰ এই দুয়োকূল উপচি পৰা যৌৱন মই ভাল পাওঁ আৰু ভাল পাওঁ তোমাৰ সেই চকুযুৰি। তোমাক চাবলৈকেই মই ইয়ালৈ আহিছোঁ। তোমাক দেখিলে বৰ সুখ পাওঁ,— তোমাক ইমান ভাল পাওঁ। কালি নিশা মই তোমাক মাতিছিলোঁ,— শুনিছিলানে?"

"নাই",—তেওঁ কয়। চকুৰে মুখে ভয়ৰ চিন ফুটি ওলায়।

"মাতিছিলোঁ—এডৱাৰ্ডা, জোমফ্রু এডাৱৰ্ডা,—কিন্তু সেয়া তোমাকেই মাতিছিলোঁ। এৰা, তোমাকেই মাতিছিলোঁ। হঠাৎ কিবা ভুল হৈহে এডৱাৰ্ডাৰ নামটো মুখেৰে ওলাইছিল। ইভা, প্ৰিয়তমা মোৰ, তোমাৰ ওঁঠ দুটা আজি ইমান ৰঙা। তোমাৰ ভৰি দুখন এডৱাৰ্ডাত- কৈও ধুনীয়া,—বাৰু চোৱাচোন।" তেওঁ পিন্ধা সাজটো দাঙি তেওঁক নিজৰ ভৰি দুখন দেখুৱালোঁ।

আনন্দত তেওঁৰ মুখখন উজ্বলি উঠিছে। কাহানিও তেওঁক ইমান আনন্দিত দেখা নাছিলোঁ। তেওঁ গুচি যাবলৈ খুজিলে, যাব নোৱাৰিলে, আকৌ কিবা ভাবি তেওঁ হাতখনেৰে মোৰ ডিঙিটো মেৰাই ধৰিলে।

অলপ সময় গ'ল। দীঘল বেঞ্চি এখনত বহি দুয়ো কথা পাতি- বলৈ ধৰিলোঁ। কলোঁ—"কলে তুমি বিশ্বাস কৰিবানে যে এডৱাৰ্ডাই



আজিলৈকে ভালকৈ কথা কবলৈ নিশিকিলে। অকণমানি ছোৱালী এজনীৰ দৰে কথা কয়। তেওঁৰ কপালখন ধুনীয়া বুলি কব খোজা নেকি? মই হলে তেনে বুলি নেভাবো। দেখিবলৈ এনে আপচু কপাল- খন। তেওঁ হাত দুখনো নোধোৱে।"

"অকল তেওঁৰ কথাকেই কবা নে?"

"এৰা, এৰা, মই পাহৰি গৈছিলোঁ।"

মনত কিবাকিবি ভাববোৰ খেলিছে। মনে মনে আছোঁ।

"তোমাৰ চকুত পানী কেলেই?"—ইভাই সোধে।

"তেওঁৰ কপালখন বৰ ধুনীয়া। হাত দুখন সদায় চাফ চিকুণ হৈ থাকে। মই যি কৈছিলো, সকলো ভুলকৈ কৈছিলোঁ।"

কিন্তু হঠাৎ খং উঠি দাঁত কামুৰি কবলৈ ধৰিলোঁ,—"সকলো সময়তে তোমাকেই ভাবিছিলোঁ ইভা। অ' তোমাক এটা কথা কোৱাই নাই হবলা। প্ৰথমে যেতিয়া ঈছপক দেখে, এডৱাৰ্ডাই কি কৈছিল জানানে? ঈছপ এজন জ্ঞানী মানুহৰ নাম আছিল। তেওঁ ফ্রিজিয়ান আছিল। দেখিলানে কেনে আকৰী! সিদিনা সেই কথাটো নিশ্চয় কোনো কিতাপত পঢ়ি আহিছিল।

ইভাই কলে,—"পিছে কি হ'ল তাৰ পৰা?"

"আৰু মোৰ যিমান দূৰ মনত পৰে তেওঁ কৈছিল ঈছপৰ শিক্ষক- জনৰ নাম আছিল জানথাছ। হাঃ হাঃ হাঃ—"

"হয়নে?"

"দেখিছানে, ইমানবোৰ মানুহৰ আগত কৈ পেলালে জানথাছ ঈছপৰ শিক্ষক আছিল। তুমি আজি এনেদৰে মন মাৰি আছা কেলেই ইভা? মন ভালে থকাহেঁতেন এই কথাটো শুনি হাহোঁতে হাহোঁতে তোমাৰ পেট বিষাই গ'লহেঁতেন।"

"এৰা, কথাটো বৰ হাঁহি উঠা হবলা। কিন্তু মই তোমাৰ নিচিনাকৈ তিমান ভালকৈ বুজি নেপাওঁ।"

মই নীৰৱ আৰু চিন্তান্বিত হৈ থাকোঁ।

ইভাই লাহেকৈ সোধে,—"হেৰা তুমি এনেকৈ কথা-বতৰা নোকো- ৱাকৈ স্থিৰ হৈ বহি থাকিবলৈ ভাল পোৱানে?" তেওঁৰ চকুত সৰলতা ফুটি উঠে, মোৰ চুলিৰ মাজত হাত বুলাবলৈ ধৰে।

"তোমাৰ অন্তৰখন ইমান ধুনীয়া।" তেওঁক বুকুৰ ওচৰলৈ টানি আনিলোঁ। "তোমাৰ ভাল পোৱাৰ কাৰণে মই বলিয়া হৈছোঁ।

তোমাক ভাল পাওঁ,—ভাল পাওঁ। ব'লা ক'ৰবালৈ গুচি যাওঁগৈ। মোৰ লগত যাবা নে?"

"যাম।"

তেওঁৰ সন্মতি মই শুনিবলৈ নেপাওঁ, কিন্তু তেওঁৰ নিশ্বাসত তেওঁৰ পৰশত মই সেই কথা অনুভব কৰো। দুয়ো দুয়োকে সাৱটি ধৰিলোঁ। তেওঁ বাউলী হৈ নিজকে মোৰ মাজত বিলাই দিয়ে।

এঘন্টা পিছত ইভাৰপৰা বিদায় ললোঁ। যাবলৈ উঠিলোঁ। দুৱাৰমুখতে ম্যাকক দেখিলোঁ।

স্বয়ং ম্যাক!

তেওঁ উচপ্ খাই উঠে, ঘৰটোৰ ভিতৰলৈ চাই পঠিয়ায়, দুৱাৰ-গৰীয়াটোতে থিয় দি থাকে, যাব নোৱাৰে।

মই টুপীটো দাঙি তেওঁক সুধিলোঁ,—"মোক ইয়াত দেখা পাবলৈ আশা কৰা নাছিল বোধকৰোঁ।"

ইভাই লৰচৰ নকৰে।

ম্যাক এতিয়া স্থিৰ হ'ল আৰু কলে,—"তোমাৰ ভুল হৈছে, তোমাক বিচাৰিয়েই মই ইয়ালৈ আহিছোঁ। তোমাক কবলৈ আহিছোঁ যে পহিলা এপ্ৰিলৰ পৰা ইয়াৰ পৰা আধামাইলৰ ভিতৰত চৰাই গুলীওৱা বন্ধ কৰা হৈছে। আজি তুমি দুটা চৰাই মাৰিছা,—আটায়ে দেখিছে।"

"হয়, দুটা চৰাই মাৰিছোঁ।" হয় যে হয়, মোৰেই ভুল হৈছে।

"তুমি আদেশ লংঘন কৰিছা।"

"কৰিছোঁ। আদেশৰ কথা মোৰ মনত নাছিল।"

"কিন্তু তোমাৰ মনত থকা উচিত আছিল।"

"সেই একে ঠাইত মে মাহত আকৌ দুবাৰ গুলীয়াইছিলোঁ। সেই বালিভাত খাবলৈ যাবৰ দিনা আৰু গুলীয়াইছিলোঁ আপোনাৰ অনুৰোধত।"

"সেয়া বেলেগ কথা",—ম্যাকে চমুকৈ কলে।

"বেছ কথা, তেতিয়া হলে আপুনি কি কৰিব লাগে জানে বোধ-কৰোঁ?"

"বঢ়িয়াকৈ জানো।"

ইভা সাজু হৈ আছিল। মই যেতিয়া যাবলৈ ওলালোঁ, ইভাও মোৰ পিছে পিছে আহিল। তেওঁৰ মূৰত ৰুমালখন বন্ধা। তেওঁ লাহে লাহে ঘাটৰ পিনে গুচি গ'লগৈ। ম্যাকে ঘৰৰ পিনে খোজ ললে।

সকলোবোৰ কথা আকৌ ভাবিলোঁ। নিজক বচাবৰ কাৰণে



হঠাৎ কেনে বাজে কথাবোৰ কলে! প্ৰত্যুৎপন্নমতিও কম নহয়! উস্ কেনে চাৱনি! দুটা গুলী, দুটা চৰাই, আইন অমান্য, জৰিমনা,—এইবোৰ কি? ম্যাক আৰু তেওঁৰ ঘৰখনেই যেন সকলোৰে হৰ্তাকৰ্তা। বঢ়িয়া......

বৰষুণ দিছে। ডাঙৰ ডাঙৰ বৰষুণৰ টোপালবোৰ টুনটুনি চৰাই-বোৰে ধৰি ফুৰিবলৈ ধৰিছে। ঘৰলৈ আহি ঈছপক এৰি দিলোঁ। সি ঘাঁহ চোবাবলৈ ধৰিলে। বতাহ বলিবলৈ আৰম্ভ কৰিছে।

## বাইশ

সৌ আঁতৰত বিস্তীৰ্ণ সাগৰ। বৰষুণ দিবলৈ ধৰিছে। বৰষুণৰ হাত সাৰিবলৈ পাহাৰৰ শিল এছটাৰ আঁৰত থিয় হৈ থাকোঁ। পাইপটো হুপিবলৈ ধৰিছোঁ, বহপৰ ধৰি একান্তমনে হুপিয়েই আছোঁ। ধোৱাঁবোৰ অকাই পকাই শূন্যত মিহলি হৈ যাবলৈ ধৰিছে। মোৰ মনৰ ভিতৰতো তেনেকৈ নানা খেলিমেলি চিন্তাই মেৰপাক খাবলৈ ধৰিছে। মোৰ সন্মুখত মাটিৰ ওপৰত কেতবোৰ শুকান খেৰকুটা পৰি আছে, কোনো চৰাইৰ ভগা বাঁহৰ অৱশিষ্ট। ঠিক সেই ভগা বাঁহটোৰ দৰেই মোৰো এই জীৱনটো।

সেইদিনাখনৰ বৰ সাধাৰণ কথাবোৰ মোৰ মনত আছে। সেইদিনা মোৰ অসুবিধাও হৈছিল যথেষ্ট।

সাগৰ আৰু আকাশে কথা কবলৈ ধৰিছে, বতাহ আৰু বতৰৰ এটা ব্যাকুল বিননি উঠিছে,—পাহাৰৰ ওপৰত বহি তাকেই শুনিবলৈ ধৰিছোঁ। জালোৱা নাওবোৰত পাল তৰি দিছে, পালত বতাহ লাগি নাওবোৰ ভাহি যাবলৈ ধৰিছে। সিহঁত ক'ৰবালৈ যাব সঁচা, কিন্তু সিহঁতৰ যাত্ৰাৰ শেষ ক'ত, কোনে জানে! উত্তাল উৰ্মিমালা লৈ সাগৰে ঢাকুৰি মৰিবলৈ ধৰিছে,—যেন অলেখ দৈত্যই এটাই আনটোৰ প্ৰতি হাত-ভৰি জোকাৰিবলৈ ধৰিছে, গৰ্জিবলৈ ধৰিছে, বিদ্ৰোহী হৈ উঠিছে;—নাইবা আনন্দত মতলীয়া দৈত্যবোৰৰ বসন্তোৎসৱ! দৈত্যবোৰে পেঁপা বজাই ঘূৰি ঘূৰি নাচিবলৈ ধৰিছে আৰু সিহঁতৰ পাখিবোৰেৰে সাগৰখন কোবাই বিক্ষুব্ধ কৰি ফেন-ফোটোকাময় কৰি তুলিছে। দূৰৈত,—বহু দূৰৈত পানীৰ মাজত পাহাৰ এখন লুকাই আছে, তাৰ পৰা শুভ্ৰ নাগ-

দেৱতাই লাহে লাহে উঠিবলৈ ধৰিছে। কোনোবা দুৰ্ভগীয়া নাৱৰীয়াই তাৰ ভগা নাওখনতে পাল তৰি মেলি দিছিল, নাগদেৱতাই তাৰ পিনে চাই মূৰটো জোকাৰিবলৈ ধৰিছে। বহল নিৰ্জন সাগৰৰ মাজত,—অকলে······

অকলে আছোঁ। কোনোৱে মোৰ চকুৱে চকুৱে নপৰে,—এয়েই মোৰ সুখ। পিছফালৰ পৰাও কোনোৱে মোক দেখাৰ সম্ভাৱনা নাই, সেইদেখি শিল এছটাত পিঠি দি নিশ্চিন্তমনে আউজি বহোঁ। পাহাৰৰ ওপৰেদি চৰাই এটা কিৰিলি পাৰি উৰি গ'ল। ঠিক সেই সময়তে হঠাৎ শিল এডোখৰ পাহাৰৰ গাৰ পৰা খহি পৰি সাগৰৰ পিনে বাগৰি বাগৰি যাবলৈ ধৰিলে। বাহিৰত বৰষুণ দিবলৈ ধৰিছে, মই শিলছটাৰ আশ্ৰয়ত নিশ্চিন্তমনে বহি আছোঁ,—মনত মোৰ পূৰ্ণ সুখ, গভীৰ শান্তি। চোলাটোৰ বোতামবোৰ লগাই লওঁ, এইকণ গৰমৰ বাবে ঈশ্বৰক কৃতজ্ঞতা জনাওঁ। আৰু অলপ সময় তেনেকৈ থকাৰ পিছত মোৰ টোপনি আহে।

গধূলি। ঘৰলৈ উভতোঁ। তেতিয়াও বৰষুণ দিয়েই আছে। কেতিয়াও ভাবিব নোৱাৰা কথা এটা দেখি আচৰিত হলোঁ। সেই সুৰসুৰীয়া বাটটোৰ ওপৰত মোৰ সন্মুখতে থিয় দি আছে এডৱাৰ্ডা। তেওঁৰ গাটো তেনেই তিতি গৈছে, বোধকৰোঁ বহুপৰ ধৰি বৰষুণত তিতিছে;—কিন্তু তেওঁৰ মুখত হাঁহি। হঠাৎ মোৰ মনে মনে খং উঠে, বন্দুকটো জোৰেৰে মুঠা মাৰি লৈ তেওঁৰ পিনে আগুৱাই যাওঁ—কিন্তু তেওঁৰ মুখত সেই একেটা হাঁহি।

"সুপ্ৰভাত,"—তেঁৱেই আগেয়ে সম্ভাষণ জনায়।

কেখোজমান আগুৱাই আহোঁ, আৰু ঠাট্টাৰ সুৰেৰে কওঁ,—"ৰূপহী গাভৰু, মোৰ সম্ভাষণ গ্ৰহণ কৰা।"

মোৰ মাতত এনেকুৱা ঠাট্টাৰ সুৰ শুনি তেওঁ বৰ আচৰিত হয়। তেওঁ মোৰ পিনে চায়,—তেওঁৰ মুখত এটা বিষাদৰ হাঁহি।

তেওঁ সোধে,—"পাহাৰলৈ গৈছিলা নেকি আজি? তেনেহলে তুমি নিশ্চয় ভিজিছা। মোৰ লগত এইখন ৰুমাল আছে, তোমাক লাগে যদি নিয়া,,—মই দিব পাৰোঁ। ···অ', তুমি মোক আজিও নিচিনিলা।"

চকুযুৰি তললৈ নমায় আৰু মূৰটো লাহে লাহে জোকাৰে। ৰুমালখন মই নললোঁ দেখি মনত দুখ পায়।

খং কৰি কওঁ,—"ৰুমাল? মোৰো এটা চোলা আছে। তুমি ধাৰলৈ নিবানে? মই দি দিব পাৰোঁ। যেয়ে খোজে তাকেই দিব পাৰোঁ—



আনকি জালোৱা এজনৰ ঘৈণীয়েকজনীয়ে খুজিলেও আনন্দেৰে দিব পাৰোঁ।"

মোৰ কথা তেওঁ আনন্দমনে শুনিবলৈ ধৰিছে। কথা শুনোতে ওঠ দুটা লগ লগাই ৰাখিবলৈকো পাহৰিছে। দেখিবলৈ আপচু হৈছে। হাতত ৰুমালখন লৈ তেওঁ তাতে থিয় দি আছে। বগা ৰেছমৰ ৰুমাল—অলপ আগেয়ে মাথোন তেওঁ সেইখন ডিঙিৰ পৰা খুলি লৈছে। ময়ো চোলাটো গাৰ পৰা সোলোকাই পেলালোঁ।

তেওঁ চিঞৰি কয়,—"মোৰে শপত, চোলাটো আকৌ পিন্ধা। হেৰা, তুমি মোক ইমান খং কৰিছা নে? সঁচাকৈয়ে? তোমাক কাবৌ কৰিছোঁ, চোলাটো পিন্ধা, নহলে গাটো তেনেই তিতি যাব।"'

চোলাটো আকৌ পিন্ধিলোঁ।

"কলৈ যাবলৈ ওলাইছা?"—মই তিতা মাতেৰে সুধিলোঁ।

"কলৈকো নেযাওঁ। কিয় যে তুমি ছোলাটো তেনেকৈ সোলোকাই পেলাইছিলা মই বুজি নেপাওঁ।"

মই কলোঁ,—"বেৰণৰ লগত আজি কিদৰে কটালা? এনেকুৱা বতৰত নিশ্চয় তেওঁ সাগৰলৈ যোৱা নাই।"

"গ্লান, মই তোমাক কথা এটা সুধিবলৈ আহিছিলোঁ।"

তেওঁৰ কথাত বাধা দি কলোঁ,—"তেওঁক মোৰ হৈ তুমিয়েই শ্ৰদ্ধা সম্ভাষণ জনাবা।"

মনতে ভাবিলোঁ, তেওঁ কিবা কথা কবলৈ খুজিলেই বাধা দিম। তেওঁৰ মুখখন বেদনা ব্যথিত হৈ উঠিছে। মই কলো,—"সচাকৈয়ে কৈছোঁ, তুমি এই মহাপুৰুষজনক বিদায় কৰি দিয়া, এডৱাৰ্ডা।" তেওঁ তোমাৰ উপযুক্ত নহয়। আজি এই কেদিন ধৰি তেওঁ মাথো ভাবিছে তোমাক বিয়া কৰাব নে নকৰে। তোমাৰ ফালৰ পৰা এই কথাটো শোভন হৈছে নে?"

"হেৰা, সেইবোৰ কথা আৰু নকবা, যাবলৈ দিয়া। গ্লান, মোৰ মাথোঁ তোমাৰ কথাহে মনত পৰি থাকে। তুমি আন কাৰোবাৰ কাৰণে ছোলাটো সোলোকাই যিমান ইচ্ছা তিমান তিতিবা বাৰু। মই তোমাৰ ওচৰলৈ আহিছোঁ·····"

মই কওঁ, "তাতকৈ তুমি ডাক্তৰৰ তালৈকেই যোৱা। তেওঁৰ বিৰুদ্ধেতো তোমাৰ কবলগীয়া একো নাই? তেওঁৰ জীৱনত আজি পূৰ্ণ যৌবন, তেওঁৰ মন প্ৰতিভান্বিত। তুমি কথাটো আকৌ এবাৰ ভাবি চোৱা উচিত।"

"হেৰা মোক খন্তেক সময় দিয়াচোন, মোৰ কথাষাৰ শুনা।"

পঁজাটোত ঈছপে মোৰ কাৰণে বাট চাই আছে। মই টুপীটো দাঙি মূৰ দোঁৱাই কলোঁ,—"হেৰা, ধুনীয়া গাভৰু, মোৰ অভিবাদন গ্ৰহণ কৰা।"

ঘৰৰ পিনে খোজ ললোঁ।

তেওঁ কান্দি পেলালে। মনৰ আবেগতে চিঞৰি কবলৈ ধৰিলে,-"উস্, তুমি মোৰ অন্তৰখন ভাগিছিগি চূৰমাৰ কৰি দিলা। তোমাৰ ওচৰলৈ আহিছিলোঁ, তোমাৰ কাৰণেই ইয়াতে ইমান পৰ থিয় দি থাকিলোঁ, তুমি আহোঁতেই মই হাঁহিলোঁ। কিন্তু তুমি!—যোৱাকালি মোৰ মনটো বৰ উদ্‌ভ্ৰান্ত হৈ আছিল। কিবাকিবি কথাবোৰ ভাবি আছিলোঁ। মূৰটো ঘূৰিবলৈ ধৰিছিল। সকলো সময়তে তোমালৈহে মনত পৰি আছিল। আজি মই ঘৰতে বহি আছিলোঁ। কোনোবা এজন সোমাই আহিল। কোন আহিল মই জানিছিলোঁ, তথাপি মই মূৰ দাঙি চোৱা নাছিলোঁ।"

তেওঁ কলে,—"আজি ডেৰ মাইল ডাঁৱ মাৰিছোঁ।" মই সুধিলোঁ, "তোমাৰ ভাগৰ লগা নাইনে?" তেওঁ কলে, —"বৰ ভাগৰ লাগিছে, দেখিছানে হাতত টৌ ফুটিছে।" অলপ পৰ বৈ আকৌ কবলৈ ধৰিলে,—"কালি নিশা মোৰ খিৰিকীখনৰ ওচৰত কোনোবাই ফুচফাচকৈ কথা কোৱা শুনিছিলোঁ। সেই দুজন হৈছে, তোমাৰ লিগিৰীজনী আৰু গুদাম ঘৰৰ মানুহ এজন। দুয়োৰে মনৰ বৰ মিল।"

"এৰা, সিহঁতৰ খুব সোনকালে বিয়া হব।"

"কিন্তু তেতিয়া ৰাতি দুই বাজিছে।"

"তাৰ পৰা কিটো হল? তেওঁলোকৰ কাৰণেই ৰাতিটো।"

সোণৰ বিত চকুযোৰ নাকটোৰ অলপ ওপৰলৈ তুলি লৈ কলে,—"কিন্তু ৰাতি দুই বজাত! সেইটো ভাল কথানে? তুমি কি কোৱা?"

মই একো নেমাতিলোঁ।

তেওঁ মোৰ কোলাতে সৰু বাকচ এটা থলে। বাকচটো খুলিলোঁ। সেইটোৰ ভিতৰত 'ব্ৰোচ' এটা আছে। ব্ৰোচটোৰ ওপৰত এটা মুকুটৰ ছবি খোদাই কৰা আছে, আৰু সেইটোত দহোটা পাথৰ বহুৱা আছে।

"গ্লান, সেই ব্ৰোচটো মোৰ লগতে আছে, চাবানে? ভৰিৰে গচকি সেইটো ডোখৰ ডোখৰ কৰি পেলাইছোঁ,—এয়া চোৱা।" তেওঁ মোক ব্ৰোচটো পিন্ধিবলৈ কৈছিল। মই তেওঁক ব্ৰোচটো ওভোতাই দিলোঁ আৰু কলোঁ,—"মোক অকলে থাকিবলৈ দিয়া, মই এতিয়া আন এজনৰ কথাহে ভাবিছোঁ।" "কোন তেওঁ?" "হাবিৰ মাজত থকা এজন চিকাৰী। তেওঁ এবাৰ মোক স্মৃতিৰ চিন স্বৰূপে দুটা ধুনীয়া চৰাইৰ পাখি দিছিল। তোমাৰ ব্ৰোচটো লৈ যোৱা।" কিন্তু তেওঁ ব্ৰোচটো কোনোমতে নিনিলে। এয়া প্ৰথমবাৰ মই মূৰ দাঙি তেওঁৰ পিনে চালোঁ। তেওঁৰ চকু দুটা বিজুলী ছাটিৰ দৰে তিৰবিৰাবলৈ ধৰিছে। তেওঁ কলে, "মই ব্ৰোচটো ওভোতাই নলওঁ, তোমাৰ যি ইচ্ছা তাকে কৰিব পাৰা। ভৰিৰে গচকি পেলাবও পাৰা।" মই থিয় দিলোঁ আৰু ব্ৰোচটো জোতাৰ গেৰোৱাৰ তলত লৈ গচকি দিলোঁ। এইটো আজি ৰাতিপুৱাৰ কথা।—চাৰি ঘন্টা ধৰি অপেক্ষা কৰিলোঁ। তাৰ পিছত অলপ খাই বই ওলাই গলোঁ। তেওঁ আহি মোক আলিবাটতে লগ ধৰিলে আৰু সুধিলে,— "কলৈ যাবলৈ ওলাইছা?"

"গ্লানৰ তালৈ। তেওঁ যেন মোক পাহৰি নেযায়, তাকে কবলৈ।"

এক বজাৰ পৰা মই ইয়াতে বাট চাই আছোঁ। গছডালৰ ওচৰত থিয় হৈ তোমাক আঁতৰৰ পৰা দেখিছিলোঁ,—তোমাক দেখিবলৈ দেৱতাৰ দৰে। তোমাৰ এই গাৰ গঢ়, দীপ্ত মুখ, বহল বুকু, মই ভাল পাওঁ। তোমাৰ সকলোকে মই ভাল পাওঁ।—তুমি ইমান অধীৰ হৈছা কিয়? মাথোন যাবলৈহে খোজা। কেবল যাওঁ যাওঁ, কিয় বাৰু? মই যেন তোমাৰ মনত একোৱেই নহয়, তুমি মোৰ পিনে উভতিও নোচোৱা।—"

তাতে থিয় দি আচৰিত হৈ তেওঁৰ কথা শুনিলোঁ। তেওঁৰ কথা শেষ হোৱাত আকৌ খোজ ললোঁ। নিৰাশাত মোৰ হিয়া ভাগি গৈছে,—মোৰ হিয়াখন শিলেৰে বন্ধোৱা।

মই কলো,—"হয় নে, মোক হেনো তোমাৰ কিবা কবলগীয়া আছিল?"

মোৰ এই ঘৃণাৰ সুৰ শুনি তেওঁ বিৰক্ত হ'ল।

"তোমাক কিবা কবলগীয়া আছিল? মই দেখোন কলোঁ। তুমি শুনা নাছিলা নেকি? নাই, একো নাই, তোমাক কবলৈ একো নাই।"

তেওঁৰ মাতটো বৰকৈ কঁপে, কিন্তু তাৰপৰা মোৰ একো নহয়, মই নিলিপ্ত।

পিছদিনা ৰাতিপুৱা এডৱাৰ্ডা মোৰ পঁজাটোৰ বাহিৰতে থিয় দি আছিল, বাহিৰলৈ যাবলৈ ওলাওঁতে তেওঁৰ লগত দেখা হ'ল।

গোটেই ৰাতিটো সকলো কথা ভাবিচিন্তি মন ঠিক কৰি পেলাইছোঁ।

হুজুগত ফুৰা ছোৱালী এজনীৰ পাছে পাছে ঘূৰি ফুৰাৰ সকাম কি? মোৰ অন্তৰখন অধিকাৰ কৰি তেঁৰেই মোৰ অন্তৰখন শুহি পেলোৱা নাইনে? যথেষ্ট হৈছে, আৰু নেলাগে। তথাপি মোৰ মনত খেলালে যে তেওঁৰ প্ৰতি মোৰ এই কঠুৱা ব্যৱহাৰৰপৰা মই যেন তেওঁৰ আৰু বেছি ওচৰলৈহে চাপি গৈছোঁ। তেওঁৰ প্ৰতি মোৰ ঘৃণা মই ভাল দৰেই প্ৰকাশ কৰিছোঁ। তেওঁ অতবেলি বক্তৃতা কৰাৰ পিছত মই নিলিপ্ত ভাবে কলোঁ,—"হয়নে তোমাৰ হেনো মোক কিবা কবলগীয়া আছিল?"

ডাঙৰ শিলটোৰ কাষতে তেওঁ থিয় হৈ আছে। তেওঁ বৰ অস্থিৰ হৈ আছে,—যেন এতিয়াই মোৰ ওচৰলৈ লৰি আহিব। এবাৰ হাত দুখনো মেলি দিলে, কিন্তু পিছ মুহূৰ্ততে আকৌ কোঁচাই লৈ হাত দুখন মোহাৰিবলৈ ধৰিলে। মোৰ টুপীটো দাঙি ধৰিলোঁ আৰু মুখেৰে একো নমতাকৈয়ে তেওঁক মূৰ দোঁৱাই নমস্কাৰ জনালোঁ।

তেওঁ অমুনয় কৰি কলে,—"মাথোন এটা কথা তোমাক কবলৈ আহিছিলোঁ, গ্লান।" তেওঁ কি কবলৈ খুজিছে তাকে শুনিবলৈ তাতে থিয় দি থাকিলোঁ।

"মই শুনিলোঁ তুমি হেনো কমাৰৰ ঘৰলৈ যোৱা। এদিন সন্ধিয়া তুমি গৈছিলা, আৰু ইভা অকলে আছিল।"

"তোমাক সেইবোৰ কথা কোনে কলে?"

"মই চোৰাংচোৱা নহওঁ; কালি গধূলি দেউতাৰ মুখত শুনিলোঁ। কালি নিশা তিতি বুৰি যেতিয়া ঘৰ পালোঁগৈ, দেউতাই কলে,—তুমি আজি বেৰণৰ লগত বেয়া ব্যৱহাৰ কৰিছা। মই কলোঁ,—"নাই কৰা।" তেওঁ সুধিলে,—তুমি ইমান পৰ ক'ত আছিলা?" মই কলো,—গ্লানৰ তাত।"

মই কলোঁ,—"ইভা ইয়ালৈকো আহে।"

"ইয়ালৈকো আহে? এই পঁজাটোলৈকে?"

"এৰা, কিমান দিন আহিছে। আমি দুয়ো ভিতৰত বহি কত কথা পাতি থাকোঁ।"

"ইয়াতো?"

অলপবেলি কাৰো মুখত কথা নাই।

মোৰ মনটোক কওঁ,—'কঠিন হোৱা।' তাৰ পিছত কবলৈ ধৰিলোঁ,—"মোৰ বিষয়ে সকলো কথাতে তোমাৰ ইমান আগ্ৰহ যেতিয়া, তোমাৰ প্ৰতিও মই আগ্ৰহ নেদেখুৱাটো অনুচিত হব। কালি তোমাক



ডাক্তৰক বিয়া কৰাবলৈ কৈছিলোঁ, কথাষাৰ ভাবি চাইছাঁ নে? সঁচাকৈয়ে কৈছোঁ, তোমাৰ সেই বেৰণজনৰ লগত একেবাৰে অসম্ভৱ।"

খঙত তেওঁৰ চকু দুটাৰে যেন জুইহে ওলাবলৈ ধৰিছে।

তেওঁ চিঞৰি কবলৈ ধৰিলে,—"নহয়, তোমাৰ ভুল। তুমি তেওঁৰ বিষয়ে একো নেজানা। তোমাতকৈ তেওঁ বহত গুণে ভাল। তোমাৰ দৰে তেওঁ গিলাছ বাটি নেভাঙে। মোৰ জোতাযোৰ লৈ টনা-আজোৰা নকৰে। সমাজত কেনেদৰে চলিব ফুৰিব লাগে, তাক তেওঁ ভালদৰে জানে। কিন্তু তোমাৰ কথা-বতৰা দেখিলে হাঁহিহে উঠে। তুমি একো নেজানা। তোমাৰ কাৰণে মই বৰ লাজ পাওঁ। অসহ্য,—বুজিছানে?"

তেওঁৰ কথাই মোৰ বুকু ভেদি যায়। মই মূৰটো দোঁৱাই কলোঁ,—"তুমি ঠিক কথাকে কৈছা। তোমালোকৰ ভদ্ৰ সমাজত মিলামিচা কৰিবলৈ মই উপযুক্ত নহওঁ। মোক নিৰ্দয়ভাৱে বিচাৰ নকৰিবা। তুমি মোক বুজি পোৱা নাই। হাবিখনত থাকোঁ, সেয়ে মোৰ সুখ। ইয়াত মই অকলশৰে থাকোঁ, গতিকে মই ইয়াত যেনেকৈয়ে নেথাকো তাৰপৰা কাৰো একো লাভ লোকচান নহয়, কিন্তু যেতিয়াই মানুহৰ মাজত সোমাই পৰোঁগৈ, তেতিয়া অশেষ চেষ্টাৰে ভদ্ৰতা বজায় ৰাখি চলিব লগাত পৰে। আজি দুবছৰ ধৰি এই নিৰ্বাসিত জীৱন যাপন কৰিছোঁ।

তেওঁ কলে,—"ইয়াৰ পিছত যে তুমি কি বলিয়ালি কৰিবা, কোনে জানে! সকলো সময়তে তোমাৰ ওপৰত চকু ৰখা অসম্ভৱ।"

তেওঁৰ এনে নিৰ্দয় কথা শুনি মনটোত বৰ আঘাত লাগে। তেওঁৰ কথা এতিয়াও শেষ হোৱা নাই; তেওঁ কৈ যাবলৈ ধৰিলে,—তোমাক চোৱা মেলা কৰিবৰ বাবে বোধকৰো ইভাক আনি ৰাখিব পাৰা। কিন্তু কি কৰিবা, বেচেৰীৰ বিয়া হৈ গৈছে।"

"ইভা! ইভাৰ বিয়া হৈ গৈছে? হয় নে?"

"এৰা, ইভা বিবাহিতা।"

"কাৰ লগত?'

"তুমি নিশ্চয় জানা। তাই কমাৰজনৰ ঘৈণীয়েক।"

"মই তেওঁৰ জীয়েক বুলিহে ভাবিছিলোঁ!"

"নহয়, তেওঁৰ ঘৈণীয়েকহে। মই মিছা কথা কোৱা বুলি ভাবিছা নেকি?"

মই কথাটো সমূলি ভবাই নাছিলোঁ। কথাটো শুনি বৰ আচৰিত হৈছোঁ।

এডৱাৰ্ডাই কলে,—"হক তেওঁ, তোমাৰ পছন্দ প্ৰশংসা নকৰি নোৱাৰি।"

তেওঁৰ এইবোৰ কথাৰ শেষ নাই যেন দেখিছোঁ। খঙত মোৰ গোটেইটো শৰীৰ কঁপিবলৈ ধৰিছে। মই কলোঁ,—"তুমিও ডাক্তৰক পছন্দ কৰি লোৱাগৈ যোৱা। বন্ধুৰ উপদেশ শুনা। তোমাৰ সেই সপোন কোঁৱৰজন এটা গণ্ডমূৰ্খ।" খঙতে অধীৰ হৈ তেওঁৰ বিষয়ে ঢেৰ মিছা কথা কলোঁ। তেওঁৰ বয়স বঢ়াই কলোঁ, আৰু কলোঁ যে তেওঁ টপামুৰীয়া, কুকুৰীকণা আৰু নিজৰ আভিজাত্য দেখুৱাবলৈ কামিজৰ বোটামত মুকুটৰ ছাব মাৰি লৈ ফুৰে। আকৌ কলো,—তেওঁৰ লগত কথা পাতিবলৈকো মন নেযায়। গুণ বুলিবলৈ তেওঁৰ একোৱেই নাই। সাধাৰণ কথাবোৰকে নেজানে। এজন ভিতৰ ফোঁপোলা ওফাইদাং মৰা মানুহ।"

এডৱাৰ্ডাৰো খং উঠে। তেওঁ চিঞৰি কবলৈ ধৰে,—"তেওঁৰ বহুতো গুণ আছে, তুমি যিমান ভাবিছা তাতকৈয়ো বহুত বেছি। তুমি হাবিত থাকা, মাথো হাবিৰ কথাহে ভাবিব পাৰা। তুমি তেওঁৰ বিষয়ে কি জানা। বাৰু ৰ'বা, তেওঁ নিজেই আহি তোমাৰ লগত কথা পাতিব, ময়ে আহিবলৈ ক'ম। মই তেওঁক ভাল পাওঁ বুলি বিশ্বাস নকৰা নহয়, কিন্তু ৰবা তুমি নিজেই দেখিবা যে তেনেকৈ ভবাটো তোমাৰ ভুল। মই তেওঁক বিয়া কৰাম। দিনেৰাতিয়ে মাথোঁ তেওঁৰ কথাকে ভাবিম। মই কি কৈছোঁ শুনিছানে? মই তেওঁক খুব ভাল পাওঁ। ইভাই যদি ইচ্ছা কৰে আহক ইয়ালৈ। আহক তাই, তাঁৰ পৰা মোৰ চুলি এডালো নলবে। মই যাওঁ গৈ,······"

তেওঁ বৰ বেগেৰে যাবলৈ ধৰিলে। কেখোজমান গৈয়েই এবাৰ উভতি চালে। মুখখন তেওঁৰ মৰা মানুহৰ দৰে শেঁতা। অন্তৰৰ ব্যাকুল কান্দোন তেওঁৰ মুখেৰে ফুটি ওলাল,···"তোমাৰ মুখ আৰু মই নেচাওঁ।"

## তেইশ

গছৰ পাত হালধীয়া হবলৈ ধৰিছে। আকৌ চিকাৰৰ বতৰ আহিল। শহা পহু, বন কুকুৰা আদি মাৰিবলৈ ধৰিছোঁ। এদিনাখন এটা ঈগল চৰাই মাৰিলোঁ। ফটফটীয়া নিৰ্মল আকাশ, শান্ত শীতল ৰাতি, পথাৰে



পাহাৰে মনোমোহা ভাষাৰ ধ্বনি। পৃথিৱীয়ে বিশ্ৰাম লৈছে, বহল পৃথিৱী শান্তিমগন······

ডাক্তৰক কলোঁ,—"সেই যে চৰাই দুটা মাৰিছিলোঁ, তাৰ বিষয়ে ম্যাকৰ পৰা আৰু একো শুনা নাই।"

তেওঁ কলে,—"তাৰ বাবে তুমি এডৱাৰ্ডাক ধন্যবাদ দিয়া উচিত। মই শুনিছোঁ, এডৱাৰ্ডায়ে তোমাক সেই বিপদৰ পৰা সৰুৱাইছে।"

"তাৰ কাৰণে মই তেওঁক ধন্যবাদ নিদিওঁ।"

জহকালি,—বৰ মধুৰ জহকালি। বননি হালধীয়া হৈ পৰিছে, বননিৰ ওপৰত তৰাৰ মালা দুলিব লাগিছে,—নিতৌ একোটি নতুন তৰাই চকু মেলে। জোনটো এটা ছাঁ যেন দেখি। ৰূপালী ৰহণত তিওৱা এটি ছাঁ——

"ইভা, ইভা, তোমাৰ বিয়া হৈ গৈছে?"

"তুমি জনা নাছিলা নেকি?"

"নাই, মই জনা নাছিলোঁ।"

তেওঁ নীৰৱে মোৰ হাতখন স্পৰ্শ কৰিলে।

"তেনেহলে কি কৰিম এতিয়া?"

"তোমাৰ যি ইচ্ছা। আশাকৰোঁ তুমি এতিয়াই গুচি নেযাবা। তুমি যিমান পৰ ইয়াত থাকা সেই সময়খিনি যে মই ইমান আনন্দত থাকোঁ।"

"ইভা।"

"এৰা, এৰা, যিমানপৰ তুমি মোৰ ওচৰত থাকা।"

তেওঁৰ চকুৰে-মুখে ৰিক্ততাৰ চিন ফুটি ওলায়। মোৰ হাতখন তেনেকৈ নিবিড়ভাৱে ধৰি থাকে।

"নহয়, ইভা। যোৱাগৈ, আৰু নহয়।"

ৰাতি যায়, ৰাতিৰ পিছত আকৌ দিন আহে। তাৰপিছত তিনি-দিন পাৰ হৈ গ'ল। ইভাই হাতত এটি বোজা লৈ আহে। হাবিৰ পৰা যে কতদিন ধৰি এইকণ ছোৱালীটিয়ে এনেদৰে কাঠৰ বোজা লৈ ঘৰলৈ গৈছে, তাকেই ভাবিছোঁ। "তোমাৰ বোজাটো নমাই থোৱা ইভা। চাওঁ তোমাৰ চকুযুৰি আগৰ দৰেই নীলা হৈ আছে নে নাই।"

তেওঁৰ চকুদুটা ৰঙা।

"আকৌ হাঁহা, ইভা, আকৌ হাঁহা। মই নিজক আৰু সংযত কৰি ৰাখিব নোৱাৰোঁ। মই তোমাৰ,···তোমাৰ······

গধূলি। ইভাই গান গায় মই শুনো। শৰীৰ মোৰ পুলকিত হৈ উঠে। "আজি গধূলি তুমি গান গাইছা, ইভা, ?"

"এৰা, মোৰ বৰ ভাল লাগিছে।"

তেওঁ মোতকৈ অলপ চুটি। সেইদেখি লাহেকৈ জঁাপ মাৰি মোৰ ডিঙিটো তেওঁৰ হাতেৰে মেৰিয়াই ধৰে।

"ইভা, তোমাৰ হাতখনত দেখোন আঁচোৰ খাইছা। ইস্ ৰাম হাতখন দেখোন কাটিছে!"

"সেয়া একো নহয়।" তেওঁৰ মুখখন দীপ্তিময়ী হৈ উঠিছে।

"ইভা, ম্যাকৰ লগত তোমাৰ কথা হৈছে নে?"

"হৈছে, এবাৰ।"

"তেওঁ কি কলে? আৰু তুমিনো কি ক'লা?'

"তেওঁ আজিকালি আমাক বৰ কঠোৰভাৱে খটুৱায়। মোৰ গিৰীহঁতক দিনে-ৰাতিয়ে ঘাটত কাম কৰিবলৈ লগাইছে। ময়ো সকলো ৰকমৰ কামকে কৰিব লাগে। মোক এতিয়া কুলি-কাম কৰিবলৈ আদেশ দিছে।"

"কেলেই তেওঁ এনেকুৱা কৰিছে?"

ইভাই তললৈ চকু নমায়।

"কেলেই তেওঁৰ এনেকুৱা ব্যৱহাৰ ইভা?"

"মই তোমাক ভাল পাওঁ কাৰণে।"

"কিন্তু তেওঁ কেনেকৈ জানিলে?"

"মই তেওঁক কৈছিলোঁ।'

"ইভা, ভগবানক খাটিছোঁ তেওঁ যেন তোমালোকৰ প্ৰতি ইমান নিষ্ঠুৰ নহয়।"

"তাৰপৰা একো নহয়। সঁচাকৈয়ে এতিয়া আৰু একো নহয়।"

তেওঁৰ মাতটো যেন আবেগতে কঁপি উঠা বননিৰ এটা মৰ্মৰ-গীতি।

বননিখন তেনেই হালধীয়া হৈ পৰিছে। শৰৎকাল পালেহি। আকাশত আৰু কেইটামান তৰাই দেখা দিছেহি। শীত নাই, মাথোঁ এটা শীতল নিবিড়তা। বননিত এটা অসীম প্ৰাণ-প্ৰৱাহ। গছবোৰে থিয় হৈ হৈ কিবা ভাবিবলৈ ধৰিছে। বেৰিফলবোৰ পকিছে।

তাৰপিছত আহিল আগষ্ট মাহৰ বাইশ তাৰিখ, আৰু কুঁৱলিয়ে আৱৰি ৰখা তিনিটা প্ৰাণহীন ৰাতি।



## চৌবিশ

শীতকালৰ প্ৰথম প্ৰাণহীন ৰাতি। ন বজাত বেলি মাৰ যায়। নিঃসাৰ অন্ধকাৰে পৃথিবী আৱৰি পেলায়। আকাশত ক'ৰবাত দুটা-এটা তৰাই দেখা দিয়ে। দুঘণ্টা পিছত জোনৰ ৰূপোৱালী আভা ফুটি ওলায়। বন্দুকটো আৰু কুকুৰটোক লগত লৈ হাবিৰ মাজত ঘূৰি ফুৰোঁ। অলপ পৰ পিছতে জুই একুৰা ধৰোঁ। সৰল গছবোৰৰ মাজে মাজে জুইশিখাৰ জিলিকনি পৰি গোহৰ-এন্ধাৰে লুকাভাকু খেলিছে। কুঁৱলি নাই।

"হেৰা মানুহ, পশু আৰু চৰাই, তোমালোকৰ জীৱন আনন্দময় হওক! বননিৰ এই নিৰ্জন ৰাতিটোৰ কাৰণে তোমালোকৰ শুভ হওক। এই অন্ধকাৰ, গছে গছে বনদেৱতাৰ গুণগুণনি, মোৰ কাণত মৌবৰষা নিঃশব্দতাৰ মৃদু সঙ্গীত, মোৰ কেউপাশে পৰি থকা সেউজীয়া আৰু হালধীয়া গছৰ পাতবোৰ,—আটাইকে মোৰ ধন্যবাদ জনাইছোঁ। পশু-বোৰে ঘঁাহনি শুঙি ফুৰে,—কুকুৰটোৱে মাটিৰ ওপৰত নিশাহ পেলায়, ঘনচিৰিকাটো ধৰিবলৈ বনৰীয়া মেকুৰীটোৱে এন্ধাৰত খোপনিপুতি বহি থাকে,—এই যে প্ৰাণৰ স্পন্দন তাক মই ধন্যবাদ জনাইছোঁ। পৃথিবীৰ এই মধুৰ নিঃশব্দতাৰ কাৰণে,—সৌ তৰাবোৰ আৰু আধ্খিনি জোনৰ বাবে,—ধন্যবাদ, আটাইকে শত শত ধন্যবাদ!"——

উঠি থিয় হওঁ, কাণপাতি শুনোঁ। কোনেও মোৰ কথা শুনা নাই। আকৌ বহোঁ।

নিৰ্জন ৰাতি, পাহাৰ, সাগৰ আৰু অন্ধকাৰৰ এটা লানি নিছিগা সোঁত মোৰ অন্তৰৰ মাজেদি বৈ যাব লাগিছে। মোৰ জীৱন, মোৰ উশাহ-নিশাহ, আজি ৰাতিটোৰ কাৰণে জীয়াই থকাৰ আনন্দ,··· সকলোকে মোৰ অন্তৰৰ পৰা ধন্যবাদ জনাইছোঁ। হেৰা পূব, হেৰা পশ্চিম, তোমালোকে শুনা,—শুনা, এয়াই অনাদি অনন্ত ভগৱানৰ ৰূপ। প্ৰকৃতিৰ অন্তৰৰ শোণিত উতলিব লাগিছে, মোৰ কাণৰ ওচৰত এয়া তাৰেই নিঃশব্দ গুণগুণনি। পৃথিবী আৰু মোৰ মাজত ভগৱানে এখন মোহৰ ইন্দ্ৰজাল সৃষ্টি কৰিছে। মকৰা এটাই জাল বব লাগিছে, জুইৰ পোহৰ পৰি মকৰাৰ জালখন চিক্‌মিকাই উঠিছে। উত্তৰৰ পিনে মুখকৰি কোনোবাই ঘাটৰ পৰা নাও মেলি দিছে। অন্তৰখন আনন্দেৰে পূৰ্ণ হৈ উঠে। কৃতজ্ঞতাত মোৰ মূৰ দোঁ খাই পৰে,—নাওঁখনত যাত্ৰী মাথোঁ মই!

নিজৰ ভাৰ সহিব নোৱাৰি সৰল গছৰ ডাল এটা ভাঙি পৰিল। এডাল সৰলগছৰ ডাল! তাকেই ভাবিছোঁ। জোন মূৰৰ ওপৰ পালেহি। আধাপোৱা কাঠডোখৰত জুইকুৰাৰ শেষ শিখাটো এতিয়াও ধিমিক-ধামাককৈ জ্বলি আছে। শেষনিশা ঘৰলৈ বুলি খোজ লওঁ।

শীতকালৰ দ্বিতীয় প্ৰাণহীন ৰাতি। সেই একে নীৰৱতা। মৃদু ফৰকাল বতৰ। মোৰ আত্মা গভীৰ শান্তিত চিন্তামগন হৈ আছে। টুপীটো অলপমান কপালখনৰ আগলৈ টানি লওঁ আৰু হাত দুখনত মূৰটো ভেজা দি গছ এডালৰ গুৰিলৈ গৈ পিঠি দি আউজি থিয় হৈ থাকোঁ। সন্মুখলৈ চাই পঠিয়াওঁ আৰু ভাবোঁহে ভাবোঁ। মই ধৰা জুইকুৰাৰ শিখাই চকুত জলকতবক লগায়। তথাপি মই নিৰ্বিকাৰ হৈ চাই আছোঁ। অলপপৰ পিছত ভাগৰ লাগে, ভৰি দুখন অৱশ হৈ আহে, মই বহোঁ। তেতিয়াহে মোৰ ভাৱ হ'ল,—মইনো তাত কি কৰি আছোঁ? জুইকুৰাৰ পিনে ৰ' লাগি চাই আছোঁ কিয়?

ঈছপে মূৰটো দাঙি কিবা শুনে,—কাৰোবাৰ ভৰিৰ খোজ শুনিছে। গছবোৰৰ মাজেৰে ইভাই দেখা দিয়েহি।

মই কলোঁ,—"আজি গধূলি মোৰ মনটো বৰ চিন্তান্বিত হৈ আছে।"

তাই মুখেৰে একো নকয়,—চকুৰে-মুখে সহানুভূতিৰ চিন ফুটি ওলায়।

মই কৈ যাবলৈ ধৰিলোঁ,—"তিনিটা বস্তু মই ভালপাওঁ। মোৰ হেৰোৱা প্ৰেমৰ সপোনটোক ভাল পাওঁ; তোমাক ভালপাওঁ; আৰু ভালপাওঁ এই ঠাই ডোখৰক।"

"আটাইতকৈ বেছি ভালপোৱা কাক?"

"সেই সপোনটোক।"

আকৌ নীৰৱতা। ঈছপে ইভাক চিনি পায়, সি একতীয়াকৈ মূৰটো দাঙি ইভাৰ মুখলৈ চাই থাকে।

মই কলোঁ,—"আজি আলিবাটত এজনী ছোৱালীক তেওঁৰ প্ৰেমিকৰ লগত দেখিছিলোঁ। এজনৰ বাহুৰে আনজনৰ বাহুটো মেৰাই লৈ ফুৰি ফুৰিছিল। চকুৰে ইঙ্গিত দি মোক দেখুৱাই দিলে, আৰু তেওঁলোকৰ কাষেদি যাওঁতে মোৰ পিনে চাই হাঁহিলে।"

"কিয় হাঁহিলে?"

"কব নোৱাৰোঁ। বোধকৰোঁ মোক দেখিয়েই। কেলেই সুধিছা?"

"তুমি তেওঁক চিনি পোৱানে?"



"এবা, মই নমস্কাৰ কৰিছিলোঁ।"

"আৰু তেওঁ তোমাক চিনি নেপায় নেকি?"

"তেওঁ মোক দেখি চিনি নোপোৱাৰ ভাও জুৰিলে। তুমি এনেকৈ জেৰা কৰি কৰি মোৰ মনৰ কথাবোৰ উলিয়াবলৈ চেষ্টা কৰিছা কিয়? তেনে কৰাটো ভাল জানো? মই তোমাক কোনোপধ্যে তেওঁৰ নামটো নকওঁ।"

অলপপৰ ৰলোঁ। আকৌ কবলৈ ধৰিলোঁ,—"তেওঁ হাঁহিলে কিয়? তেওঁ এজনী চঞ্চলা কথাচহকী ছোৱালী। মই তেওঁৰ কি অন্যায় কৰিছোঁ?"

ইভাই কলে,—"তোমাক দেখি হাঁহিছিল? তেওঁ বৰ নিষ্ঠুৰা।"

"নহয়, তেওঁ নিষ্ঠুৰা নহয়। তুমি তেওঁৰ নিন্দা কৰিছা কেলেই? তেওঁ একো অন্যায় কাম কৰা নাই, তেওঁ মোলৈ চাই হাঁহি ভালেই কৰিছিল,— তেওঁৰ তেনে কৰিবৰ অধিকাৰ আছে। মনে মনে থাকা,— ইয়াৰ পৰা গুচি যোৱা, মোক অলপ শান্তিৰে থাকিবলৈ দিয়া, শুনিছানে?"

ইভাৰ চকুৰে-মুখে ভীতিৰ চিন ফুটি ওলায়। একো নোকোৱাকৈ তাই লাহে লাহে গুচি যাবলৈ ধৰে। তাইৰ মুখলৈ চালোঁ। যথেষ্ট কঠুৰা মাত মাতি তাইৰ মনত এনেদৰে আঘাত দিয়া বাবে মোৰ অনুতাপ হয়। মই তাইৰ সন্মুখতে আঠুকাঢ়ি বহি কবলৈ ধৰিলোঁ,— "ঘৰলৈ যোৱা ইভা। তোমাকেই, তোমাকেই মাথোঁ মই ভালপাওঁ। সপোন এটাকনো ভাল পাম কেনেকৈ? মই ধেমালিহে কৰিছিলোঁ। তোমাকহে মই ভালপাওঁ। বাৰু, এতিয়া ঘৰলৈ যোৱা দেই, কালিলৈ ময়েই তোমাৰ তালৈ যাম। মই তোমাৰ,—নাপাহৰিবা দেই।"

ইভা ঘৰলৈ যায়।

শীতকালৰ তৃতীয় প্ৰাণহীন ৰাতি। গভীৰ ব্যথাময় ৰাতি। ক'ৰ-বাত যদি অকণমানো কুঁৱলি দেখিবলৈ পোৱা গ'লহেঁতেন! বেলি কেতি-য়াবাই মাৰ গ'ল। তথাপি দিনৰ উত্তাপ এতিয়াও অনুভৱ কৰিব পাৰি। জুই একুৰা ধৰিলোঁ—

"ইভা, কোনোবাই চুলিত ধৰি যদি চোঁচোৰাই টানি লৈ যায়, তেনেহলে কেতিয়াবা কেতিয়াবা বৰ ভাল লাগে নহয় নে? মানুহ এজনক চুলিত ধৰি পথাৰে পাহাৰে টানি লৈ ফুৰিব পাৰি, যদি কোনোবাই কি হৈছে বুলি সোধে, তেন্তে সি আনন্দতে কব, "মোক চুলিত ধৰি টানি লৈ যাবলৈ ধৰিছে।' আকৌ যদি সোধে,—'তোমাক ৰক্ষা কৰিম নে,

তোমাৰ বান্ধোন মুকলি কৰি দিম নে?' সি কব,—'নেলাগে।' পুনৰ যদি কোনোৱে সোধে,—'তুমি এই কষ্ট সহ্য কৰিছা কেনেকৈ?' সি উত্তৰ দিব 'মই সহ্য কৰিব পাৰোঁ, যিখন হাতে মোক চুলিত ধৰি টানি লৈ ফুৰিছে সেই হাতখন মই ভালপাওঁ।' আশা কৰি থকাৰ পৰা যে কি অময়া সুখ তুমি জানানে, ইভা?"

"এৰা, জানো বোধকৰোঁ।"

"বুজিছানে ইভা, আশা বৰ আচৰিত বস্তু,—এৰা বৰ আচৰিত বস্তু। তুমি হয়তো এদিন ৰাতিপুৱা আলিবাটটোৰে অকলে গৈ আছা—মনত আশা, যাক তুমি ভালপোৱা তেওঁৰ লগত দেখাদেখি হব। তেওঁৰ লগত তোমাৰ দেখা হয়নে? নহয়। কেলেই নহয়? কাৰণ তুমি যাক লগ পাবলৈ আশা কৰিছা, তেওঁ হয়তো সিদিনা ৰাতিপুৱা আন কিবা কামত ব্যস্ত হৈ আছে।

—এবেলি পাহাৰৰ ওপৰত বুঢ়া অন্ধ লাপ্ মানুহ এজনৰ লগত মোৰ চিনাকি হৈছিল। আঠাৰঙ্গ বছৰ ধৰি তেওঁ একো দেখা নাই, এতিয়া তেওঁৰ বয়স সত্তৰ বছৰ পাৰ হৈ গৈছে। তেওঁৰ মনত এটা ধাৰণা হৈছে যে তেওঁ ধীৰে ধীৰে অলপ অলপকৈ দৃষ্টিশক্তি ফিৰাই পাবলৈ ধৰিছে আৰু যদি এনেদৰে চকুৰ উন্নতি হৈ থাকিবলৈ ধৰে, তেন্তে আৰু কেবছৰমানৰ ভিতৰতেই তেওঁ বেলিটো আৱিষ্কাৰ কৰি পেলাব। তেওঁৰ চুলিবোৰ এতিয়াও ক'লা হৈ আছে, কিন্তু চকুদুটা তেনেই বগা হৈ পৰিছে। তেওঁৰ ঘৰটোলৈ গৈ দুয়ো বহি ধপাত খাই খাই কথাবতৰা পাতি থাকোঁ, আৰু তেওঁ অন্ধ হোৱাৰ আগেয়ে যতবোৰ বস্তু-বাহানি দেখিছিল, সেই আটাইবোৰৰে কথা কবলৈ ধৰে। তেওঁৰ সুন্দৰ স্বাস্থ্য, মন আনন্দময়,—আজিও তেওঁৰ আশা অটুট হৈ আছে। মই যেতিয়া আহিবলৈ উঠিলোঁ, তেৰোঁ মোৰ লগে লগে বাহিৰলৈ ওলাই আহিল আৰু কেউপিনে আঙুলিয়াই কবলৈ ধৰিলে,—"এইপিনে দক্ষিণ, এইপিনে উত্তৰ। এতিয়া তুমি এই বাটটোৰে যোৱা আৰু অলপ দূৰ গৈয়েই এইফালে ঘূৰিবা।" মই কলোঁ,—"ঠিক হৈছে।" মোৰ কথা শুনি বুঢ়াই আনন্দতে হাঁহি হাঁহি কলে,—"দেখিলানে এতিয়া। চল্লিশ-পঞ্চাশ বছৰ আগেয়ে একোকে ঠিক কৰিব নোৱাৰিছিলোঁ, গতিকে মই এতিয়া আগতকৈ বহুত ভালকৈ দেখা পোৱা হৈছোঁ। এৰা, এৰা, দিনকদিনে দৃষ্টি শক্তি অলপ অলপকৈ উন্নতি আহিবলৈ ধৰিছে।"—তাৰ পিছত তেওঁ মূৰটো দোঁৱাই লাহে লাহে সেই ঘৰটোত সোমালগৈ,—



মূৰটো গুজিবৰ বাবে পৃথিৱীৰ বুকুৰ ওপৰত তেওঁৰ একমাত্র আশ্রয়স্থল সেই ঘৰটো। আকৌ আগৰদৰে জুইকুৰাৰ ওচৰত বহিলগৈ। মনত তেওঁৰ অন্তহীন আশা, অন্ধ চকু আকৌ পোহৰেৰে পূৰ্ণ হৈ পৰিব।··· ইভা, দেখিছানে আশাৰ কেনে মোহিনী আকৰ্ষণ! বাৰু, মোৰ কথাটোকে নধৰা কিয়। মই এতিয়া ইয়াতে বহি আছোঁ আৰু সকলো সময়তে আশা কৰি আছোঁ যে ৰাতিপুৱা আলিবাটত যাক আজি মই লগ নেপালোঁ তেওঁক যেন মই পাহৰি যাব পাৰোঁ।···"

"তুমি যে কেনে আচৰিত কথাবোৰ কোৱা!"

"আজি তৃতীয় প্ৰাণহীন ৰাতি। বাৰু তোমাক কথা দিলোঁ ইভা, চাবা, কালিৰ পৰা মই একেবাৰে সলনি হৈ যাম। আজি মোক অকলে থাকিবলৈ দিয়া। কালি তুমি মোক চিনিবই নোৱাৰিবা। মই হাঁহিম, তোমাক চুমা খাম। আজিৰ এই ৰাতিটো, আৰু মাথোঁ কেঘন্টামানৰ পিছতে মই সম্পূৰ্ণ বেলেগ মানুহ এজন হৈ যাম। বিদায় ইভা।"

"বিদায়।"

জুইকুৰাৰ ওচৰতে ভৰি-হাত মেলি আউজি বহি জুইৰ শিখাবোৰ চাই আছোঁ। গছৰ শুকান ডাল এটা ভাঙি পৰিল। তলি নোপোৱা গভীৰ সাগৰৰ দৰে এই ৰাতিটো। চকু মুদিলোঁ।

এঘন্টা হৈ গ'ল। মোৰ সকলো ভাৱ, অনুভূতি, নাচোনৰ ছন্দত লীলায়িত হৈ উঠিছে। দ্বিতীয়াৰ জোনটোলৈ চাই পঠিয়াওঁ,—এডাল যেন বগা বেঁকা ৰেখা। জোনটোলৈ চাওঁ,—মনৰ ভিতৰত এটা মোহ জাগে,—জোনটোক ভাল পাওঁ, অলপ যেন লাজ লাগে। মই লাহেকৈ আৱেগতে কওঁ,—সেইটো জোন, মোৰ জোন।—অন্তৰখন কঁপি-বলৈ ধৰে, প্ৰাণৰ মাজত এটা আকৰ্ষণ অনুভৱ কৰোঁ। এনেকৈয়ে অলপ সময় যায়। অচিনাকি বাটৰুৱা বতাহ এছাটিয়ে মোক পৰশ কৰি যায়। কোন? কেউপিনে ঘূৰি চালোঁ, কেও নাই। বতাহে মোক মাতে, মোৰ আত্মাই বতাহৰ আহ্বান আদৰি লয়। মোৰ মনটো কোনোবা অজান দেশত উৰি ফুৰে, এখন অদৃশ্য বুকুৱে মোক সাৱটি লয়। মোৰ চকু চলচলীয়া হয়, মই কঁপিবলৈ ধৰোঁ। ঈশ্বৰে মোৰ সন্মুখত থিয় হৈ থাকি মোকেই চাবলৈ ধৰিছে। আৰু অলপ সময় গ'ল। অচিনাকি বতাহছাটি ক'ৰবালৈ উৰি গুচি গ'ল। মূৰটো ঘূৰাই চালোঁ, কিহবাৰ আত্মা এটাই যেন বননিৰ মাজত নিঃশব্দে ফুৰি ফুৰিবলৈ ধৰিলে···

মনটোক যেন কোনোবাই গধুৰ বোজা এটাৰে হেচাঁ মাৰি থৈ দিছে।

অন্তৰৰ ভিতৰৰ ভাৱ আৰু অনুভূতিৰ বিদ্ৰোহত মোৰ শৰীৰ শ্ৰান্ত হৈ পৰে,—মোৰ টোপনি আহে।

সাৰ পাই উঠি দেখোঁ—ৰাতি পুৱাইছে। গাটো বৰ বেয়া লাগিছে। অসুখ কৰিছে হবলা। চকুদুটা পুৰিবলৈ ধৰিছে, মোৰ চকুৰ আগত সকলো বস্তু যেন ছেদেলি-ভেদেলি হৈ গৈছে। মনটো মোৰ গভীৰ বেদ-নাৰে পূৰ্ণ।

কোনোমতে সময়খিনি অতিবাহিত হ'ল।

## পঁচিশ

শৰৎকাল। জহকালি যেনেকৈ আহিছিল, তেনেকৈ গ'লেও। ইমান সোনকালে গ'ল, একো ততকে ধৰিব নোৱাৰিলোঁ। শীত পৰিছে,—চিকাৰ কৰিবলৈ যাওঁ, মাছ মাৰোঁ, হাবিৰ মাজত গান গাই ফুৰোঁ। কোনো কোনো দিনা সাগৰৰ পৰা ঘন কুঁৱলি ভাহি আহে, কেউদিশ এন্ধাৰ কৰি পেলায়।

এদিন এটা ঘটনা হ'ল। হাবিৰ মাজত বাট হেৰুৱাই ঘূৰিপকি আহি ডাক্তৰৰ ঘৰত উঠিলোঁহি। তেওঁৰ ঘৰত ঢেৰ আলহী আছিল। আগেয়ে দেখা গাভৰু কেগৰাকীমান আৰু ডেকা কেতবোৰে বলিয়া ঘোঁৰা-পোৱালীবোৰৰ দৰে নাচিবলৈ ধৰিছে। এডৱাৰ্ডা।

গাড়ী এখন আহি পদূলিতে ৰ'ল। গাড়ীখনৰ ভিতৰত এডৱাৰ্ডা। মোক দেখিয়েই উচপ্ খাই উঠিল। মই লাহেকৈ কলোঁ,—"বিদায়।" কিন্তু ডাক্তৰে মোক আহিবলৈ নিদিলে। তাত মোৰ উপস্থিতিৰ বাবে এডৱাৰ্ডাই পোনতে অস্বস্তিবোধ কৰিছিল, মই কথা কওঁতে তললৈ চকু নমাইছিল, কিন্তু অলপ পিছতে তেওঁ মোৰ লগত দুই-এষাৰ কথাও পাতিলে। তেওঁ বৰ শেঁতা হৈ গৈছে। ধোঁৱাবৰণীয়া কুঁৱলি এছটাই যেন তেওঁৰ মুখখন আৱৰি আছে। তেওঁ গাড়ীৰ পৰা নেনামিল।

তেওঁ কলে,—"খবৰ এটা দিবলৈ আহিছোঁ। মই গীৰ্জালৈ গৈছিলোঁ, তাত আজি তোমালোকক কাকো দেখা নেপালোঁ। তাত খবৰ পালোঁ যে তোমালোক ইয়াতেহে আছা। ইমান বেলি তোমালোককে বিচাৰি ফুৰিছোঁ। অহা সপ্তাহত বেৰণ গুচি যাবগৈ, সেই উপলক্ষে আমাৰ



তাত সৰুসুৰা "পাৰ্টি" এটা হব, তোমালোকক আটাইকে নিমন্ত্ৰণ কৰাৰ ভাৰ পৰিছে মোৰ ওপৰত। তাত নাচো হব। কালিলৈ, গধূলি।"

আটায়ে তেওঁক মূৰ দোঁৱাই ধন্যবাদ জনালে।

মোৰ পিনে চাই কবলৈ ধৰিলে,—"তুমি কিন্তু নহাকৈ নেথাকিবা, বুজিছানে? শেষ মুহূৰ্তত যেন চিঠি এখন লিখি নপঠোৱা যে মই যাব নোৱাৰিলোঁ, যেন ক্ষমা কৰা।" এনে কথা তেওঁ আৰু আন কাকো নকলে। অলপপৰ পিছতে তেওঁ গাড়ী চলাই গুচি গ'ল।

তেওঁৰ লগত হঠাৎ এনেদৰে দেখা হোৱা বাবে মন আনন্দত নাচি উঠে। ডাক্তৰ আৰু তেওঁৰ আলহীবোৰৰ পৰা বিদায় লৈ ঘৰলৈ খোজ ললোঁ। মোৰ প্ৰতি তেওঁৰ কেনে সুৱদী ব্যৱহাৰ,—কেনে মিঠা মাত—। ইয়াৰ প্ৰতিদান মই কি দিম? মোৰ হাত দুখন বৰ অসহায় যেন লাগে। এটা মধুৰ অৱসাদত মন পূৰ্ণ হৈ উঠিছে। আনন্দত মোৰ সকলো অঙ্গ শিথিল হৈ আহিছে, মই বৰ নিঃসহায়, চকুত মোৰ লোতক উপচি পৰে। মই কি কৰিব পাৰোঁ? ঘৰ আহি পাওঁতে সন্ধিয়া হ'ল। ঘাটৰ কাষেৰে ঘূৰি গলোঁগৈ। জালোৱা এটাক সুধিলোঁ, কাইলৈ গধূলি ডাক-জাহাজ আহিবনে নাহে। সি কলে, অহা সপ্তাহৰ আগেয়ে হেনো ডাক জাহাজ আহিবৰ সম্ভাৱনা নাই। খৰধৰকৈ ঘৰৰ পিনে যাবলৈ ধৰিলোঁ। ঘৰ পাই মোৰ আটাইতকৈ ভাল সাজপাৰযোৰ উলিয়াই লৈ জাৰি-জোকাৰি পৰিষ্কাৰ কৰি ললোঁ। কাপোৰ-যোৰৰ মাজে মাজে ফুটা হৈ গৈছে। মনত বৰ দুখ লাগিল। ফুটা হোৱা ঠাইবোৰ চিলাই কৰিবলৈ ধৰিলোঁ।

চিলাই শেষ হোৱাত বিছনাখনতে শুলোঁগৈ। অলপ সময় জিৰণি লৈছোঁ মাথোন, হঠাৎ মনত এটা ভাৱ খেলালে। মই জঁপমাৰি উঠি মজিয়াখনৰ মাজতে থিয় হলোঁহি। চক্ৰান্ত,—সকলো চক্ৰান্ত! মই যদি তালৈ নগলোঁহেঁতেন, মোক কেতিয়াও নিমন্ত্ৰণ নকৰিলেহেঁতেন। আনবোৰক নিমন্ত্ৰণ কৰোঁতে লগত থকা বাবেহে মোক নিমন্ত্ৰণ কৰিছে। আৰু তেৱেঁইতো মোক কিবা এটা চেলু লৈ শেষ মুহূৰ্তত চিঠি এখন পঠিয়াই ক্ষমা খুজি আঁতৰি থাকিবৰ বাবে ইঙ্গিত দিছে।

গোটেই ৰাতি মই উজাগৰে কটালোঁ। টোপনি নাহিল। ৰাতিপুৱা হাবিত সোমালোঁহি, জাৰ লাগিছে, ৰাতি টোপনি নাই, গাটো জ্বৰ জ্বৰ লাগিছে। হুঁঃ, আকৌ ছিৰিলাও! আকৌ 'পাৰ্টি'! কি হ'ব তাৰপৰা? মই নেযাওঁ, ক্ষমাখুজি চিঠিও নপঠিয়াওঁ। ম্যাক বৰ বুধিয়ক, বেৰণৰ বাবেই এইটো পাৰ্টি। মই কিন্তু কেতিয়াও নেযাওঁ, ঠিক জানিবা।

দিক্‌বিদিক জুৰি ঘন কুঁৱলিৰ আৱৰণ এখনে ছাটি ধৰিছে। মোৰ পিন্ধা কাপোৰযোৰ নিয়ৰৰ কণিকা লাগি সেমেকি গৈছে আৰু গধুৰ হৈ পৰিছে। মুখখনো তিতিছে আৰু ঠাণ্ডা লাগিছে। মাজে মাজে একোছাটি বতাহে শুই থকা কুঁৱলিক একোটা দুলনি দি যায়।

সন্ধিয়া হ'ল। এন্ধাৰ হৈ আহিবলৈ ধৰিছে। কুঁৱলিয়ে সকলো বস্তুকে ঢাকি থৈ দিছে। ক'তো অকণো ৰ'দ নাই। বাটটোকে বিচাৰি উলিয়াবৰ উপায় নোহোৱা হৈছে। খৰধৰ কৰিবলগীয়া একো নাছিল, গতিকে লাহে-ধীৰে ঘৰমুৱা হৈ খোজ ললোঁ। বাট হেৰুৱাই হাবিখনৰ অচিনাকি ঠাই এডোখৰ ওলালোঁহি। গছ এডালৰ গাতে বন্দুকটো আওজাই থৈ কম্পাছটো চাবলৈ ধৰিলোঁ। আচল বাটটো ঠিক কৰি উলিয়ালোঁ আৰু সেইফালে যাবলৈ ধৰিলোঁ। তেতিয়া আঠ কি ন বাজিছে।

ভাল কথাটো হ'ল,···

কুঁৱলিৰ মাজেৰে গান-বাজানা শুনিবলৈ পালোঁ। অলপ পৰ পিছতে বুজিব পাৰিলোঁ মই কোনখিনি পাইছোঁহি। ছিৰিলাগুৰ তেওঁ-লোকৰ ঘৰৰ নিচেই ওচৰতে ওলালোঁহি। যিডোখৰ ঠাই ইমান চেষ্টা কৰি এবাই ফুৰিছিলোঁ, মোৰ কম্পাছটোৱে শেষত মোক সেই ঠাইডোখ-ৰতেই উপস্থিত কৰালেহি নেকি? কোনোবাই চিনাকি মাতেৰে মোক মাতিছে—অ, ডাক্তৰ। মোক ভিতৰলৈ লৈ গ'ল।

বোঁধকৰো বন্দুকটোৰ নলীডালৰ ওচৰত ধৰা বাবেই কম্পাছটোৱে মোক ঠগিলে। আৰু এদিনাখন ঠিক এনেকুৱা হৈছিল। মই কি কৰিম, একোকে ভাবিব পৰা নাই। বোধকৰোঁ ই মোৰ কপালৰে লিখন।

## ছাব্বিশ

গোটেই গধূলিটো মাথোন এটা কথাকেই ভাবিছিলোঁ,—পাটি লৈ নহা হলেই ভাল আছিল বোধকৰোঁ। মই আহি পাওঁতে কেৰে মূৰ দাঙি নেচালে, আটায়ে নিজৰ কামত ব্যস্ত। আনকি এড্‌ৱাৰ্ডায়ো মোক সম্ভাষণ নজনালে। মোৰ ইয়াত উপস্থিতি কোনেও ভাল নেপায়। মই অনাহূত, তথাপি মই গুচি নাহিলোঁ। বৰকৈ মদ খাবলৈ ধৰিলোঁ।



ম্যাকে তেওঁৰ সান্ধ্য সাজপাৰযোৰ পিন্ধিছে, বঢ়িয়া দেখি। তেওঁ আটাইৰে লগত বৰ নম্রভাৱে ব্যৱহাৰ কৰিছে আৰু সকলো সময়তে তেওঁৰ মুখত মিচিকিয়া হাঁহিটো লাগি আছে। তেওঁ এবাৰ ইঘৰ এবাৰ সিঘৰকৈ ঘূৰি ফুৰিছে আৰু আলহীবোৰৰ লগত হাঁহি-মাতি কথাপাতি ফুৰিছে, মাজে মাজে দুই এটা নাচোনৰ পাকো দিছে। তেওঁৰ চকুদুটিত এটা ৰহস্যময় ইঙ্গিত গোপন হৈ আছে।

গোটেই ঘৰটো গানবাজানাৰ শব্দেৰে ৰজনজনাই আছে। নচা কোঠাটোৰ বাহিৰেও আন আন পাঁচোটা কোঠানি নিমন্ত্রিত আলহীৰে ভৰি আছে। মই আহি পাওঁতে ৰাতিৰ সাজৰ খোৱাবোৱা শেষ হৈ গৈছে। লিগিৰীবোৰে বৰ ব্যস্ত হৈ গিলাছ, মদ, কফিপট, চিগাৰ, পাইপ, কেক আৰু ফলমূলবোৰ লৈ ইফালে সিফালে অহা-যোৱা কৰিবলৈ ধৰিছে। কোনো বস্তুৰেই তাত অভাৱ নাই। নতুন বঢ়িয়া বঢ়িয়া লেম্পবোৰ জ্বলাইছে। চকাচন্দাকৈ দেখিলোঁ, ৰান্ধনি ঘৰৰ ভিতৰত ইভাই কিবাকিবি কৰিবলৈ ধৰিছে। ইভাও ইয়াত!

বেৰণ আজি খুব ভদ্রভাৱে বহি আছে, কাৰো লগত যাচি কথা পতা নাই, তথাপি আটায়ে তেওঁৰহে আলপৈচান ধৰাত ব্যস্ত। তেৱোঁ আজি সুন্দৰকৈ সাজপাৰ পিন্ধিছে। এড্‌ৱাৰ্ডাৰ লগত একান্তভাৱে কথা-বতৰা পাতিবলৈ ধৰিছে, তেওঁৰ লগত একেলগে মদ খাইছে। এবাৰ এড্‌ৱাৰ্ডাক চেনেহী বুলিও মাতিলে। তেওঁক দেখি মোৰ মনটো তিতা লাগি গ'ল। তেওঁৰ পিনে চালেই মোৰ মনটোলৈ এটা বিতৃষ্ণাৰ ভাৱ আহে। তেওঁ মোক কিবা সুধিলেই চমুকৈ উত্তৰ দিওঁ।

সিদিনা সন্ধিয়াৰ কথা এটা মোৰ মনত আছে। গাভৰু ছোৱালী এগৰাকীৰ লগত কথাপাতি আছিলোঁ। মোৰ কথা শুনি তেওঁ হাঁহি-ছিল। কি কথা কৈছিলোঁ মোৰ এতিয়া মনত নাই। যিয়েই হওক বাৰু। মূৰটো ঘূৰাই চাওঁতে দেখিলোঁ মোৰ পিছতে এড্‌ৱাৰ্ডা থিয় হৈ আছে। মোক যেন তেওঁ এতিয়াহে চিনি পালে,—এনেদৰে মোলৈ চালে।

অলপ বেলি পিছতে দেখিলোঁ এড্‌ৱাৰ্ডাই সেই ছোৱালীজনীক আঁত-ৰাই টানি লৈ গৈ মই তেওঁৰ আগত কি কৈছিলোঁ সুধিবলৈ ধৰিছে। গোটেই সন্ধিয়াটো অস্থিৰচিত্তে ইঘৰ সিঘৰকৈ অস্পৃশ্যৰ দৰে ঘূৰি ফুৰিছিলোঁ, এতিয়া এড্‌ৱাৰ্ডাৰ এই চাৱনিটোৱে মোৰ অন্তৰখন পুলকিত কৰি তুলিলে। আটাইৰে লগত হাঁহিমাতি ফুৰিছোঁ। মোৰ যিমানদূৰ

মনত পৰে, সিদিনা একো ভুল কাম কৰা নাছিলোঁ বা অবান্তৰ কথা কোৱা নাছিলোঁ।

বাহিৰলৈ আহি খট্‌খটিটোৰ ওপৰত থিয় হৈ আছিলোঁ। ইভাই কোঠালি এটাৰ পৰা হাতত কিবা এটা লৈ ওলাই আহিছিল। ইভাই মোক দেখিলে। ওচৰলৈ আহি মোৰ হাতখন ছুই দিয়েই হাঁহি এটা মাৰি খৰধৰকৈ আকৌ ভিতৰ সোমালগৈ। কোনেও একো কথা নকলোঁ। ইভাক লগ ধৰোঁগৈ বুলি উভতিবলৈ ধৰোঁতেই দেখিলোঁ বাৰান্দাখনতে থিয় হৈ এডৱাৰ্ডাই মোকেই চাবলৈ ধৰিছে। তেৱোঁ একো নকলে। কোঠালিটোৰ ভিতৰলৈ সোমাই গলোঁ।

হঠাৎ এডৱাৰ্ডাই ডাঙৰকৈ কলে— "লেফটেনান্ট গ্লানে খটখটিত থিয় হৈ চাকৰ-নাকৰবোৰৰ লগত চুপতি মাৰে।" তেওঁ দুৱাৰ মুখতে থিয় হৈ তেনেকৈ কলে আৰু কেবাজনেও তেওঁৰ কথা শুনিলে। কথা-ষাৰ যেন ধেমালি কৰিহে কৈছে তাকে বুজাবলৈ তেওঁ হাঁহিলে, কিন্তু তেওঁৰ মুখখন শেঁতা পৰি গৈছে।

মই লাহেকৈ কলোঁ,—"কথাটো আচম্বিতে হৈ গ'ল। তেওঁ ওলাই আহোঁতে বাৰান্দাতে লগ পাইছিলোঁ!"

অলপ সময় পাৰ হৈ গ'ল—এঘন্টামানেই হ'ল হবলা! মহিলা এগৰাকীয়ে তেওঁৰ পিন্ধা সাজটোৰ ওপৰতেই মদৰ গিলাছ এটা লুটি খুৱাই পেলালে। এডৱাৰ্ডাই কথাটো দেখিয়েই চিঞৰি উঠিল,— "কি হ'ল? নিশ্চয় গ্লানে পেলাই দিছে।"

মুঠেই নহয়, মই কেতিয়াও সেই কাম কৰা নাই। ঘটনাটো হোৱাৰ সময়ত মই কোঠালিটোৰ আঁতৰৰ কোণ এটাত থিয় দি আছিলোঁ। সেই ঘটনাটো হৈ যোৱাৰ পিছত মই আকৌ বেছিকৈ মদ খাবলৈ ধৰিলোঁ, আৰু নাচোতাসকলৰ পৰা আঁতৰত থাকিবৰ কাৰণে দুৱাৰৰ ওচৰত ৰলোঁগৈ।

মহিলাসকলেৰে পৰিবেষ্টিত হৈ বেৰণ আপোনপাহৰা হৈ আছে আৰু কবলৈ ধৰিছে যে তেওঁৰ সংগৃহীত বস্তুবোৰ, যেনে,—শ্বেতসমুদ্ৰৰ জাঁজিৰ আটিটো, কোৰহোলমাৰ্ণৰ মাটি, সাগৰতলিৰ নানান আকাৰৰ শিলবোৰ, তেওঁ লোকক দেখুৱাব নোৱাৰি দুঃখিত, কাৰণ সেই বস্তুবোৰ বান্ধি-ছাটি পেলোৱা হৈছে। মহিলাসকলে তেওঁৰ ছোলাৰ পাঁচকোণীয়া মুকুটৰ ছাব থকা বোটামবোৰ উৎসুক হৈ কেৰাহিকৈ চাবলৈ ধৰিছে। এৰা, তেওঁ বেৰণেই হয়। আজি ডাক্তৰ বৰ নিমাও-



মাও হৈ বহি আছে। যেতিয়া এডৱাৰ্ডাই কথা কয়, তেতিয়া তেওঁ ওচৰতে থিয় হয়হি আৰু এডৱাৰ্ডাৰ ভাষাৰ ভুল শুধৰাই দিয়ে। তেওঁৰ আগত সদায় বৰমতাটো হৈ থাকে।

এডৱাৰ্ডাই কয়,—"যেতিয়ালৈকে মই মৰণৰ দেশ পাৰ হৈ নেযাওঁ-"

ডাক্তৰে সুধিলে,—"কি পাৰ হৈ?"

"মৰণৰ দেশ। তাক মৰণৰ দেশেই বোলে, নহয় জানোঁ?"

"মই মৰণৰ নদীৰ কথাহে শুনিছোঁ। তুমি বোধকৰোঁ তাকেই কব খুজিছা।"

নাচোতাবোৰে কোঠাটোৰ ভিতৰত ঘূৰি ঘূৰি নাচিবলৈ ধৰিছে। মহিলা এগৰাকীৰ লগত কথা পাতিবলৈ ধৰিলোঁ। যুদ্ধৰ কথা, ক্ৰিমিয়াৰ অৱস্থা, ফ্ৰান্সৰ ঘটনা, সম্ৰাট হিছাপে নেপোলিয়ঁা আৰু তেওঁৰ তুৰ্ক-বোৰৰ ৰক্ষণাবেক্ষণ, ইত্যাদি বহুতো কথা পাতিবলৈ ধৰিলোঁ। মহিলা-গৰাকীয়ে নিয়মিতভাৱে বাতৰিকাকত পঢ়ে। মোক বহুতো খবৰ বাতৰি দিলে। ছোফা এখনত দুয়ো বহি লৈ কথা পাতিবলৈ ধৰিলোঁ।

এডৱাৰ্ডা আহি আমাৰ সন্মুখতে উপস্থিত হ'ল। হঠাৎ কৈ উঠিল,— "তোমাক অথনি তেনেকুৱা ব্যৱহাৰ কৰা বাবে মোক ক্ষমা কৰিবা, লেফটেনান্ট। মই আৰু কেতিয়াও তেনে কাম নকৰোঁ।"

তেওঁ হাঁহিলে, কিন্তু মোৰ পিনে নেচালে। মই কলোঁ,—"এডৱাৰ্ডা, মনে মনে থাকা।"

তেওঁ কথাষাৰ বৰ ভদ্ৰতাৰে কৈছিল, কিন্তু তেওঁৰ চাৱনিটো আছিল বিদ্বেষপূৰ্ণ। মোৰ ডাক্তৰৰ কথালৈ মনত পৰিল, আৰু তেওঁৰ নিচিনাকৈ কান্ধখন খজুৱাবলৈ ধৰিলোঁ।

তেওঁ কলে,—"তুমি ৰান্ধনিঘৰলৈ যোৱা নাই দেখোন? ইভা তাতে আছে। মোৰ মনেৰে তুমি তাত থকাহে উচিত।"

তেওঁ মোলৈ ঘৃণাপূৰ্ণ চকুৰে চালে।

মই বৰকৈ পাৰ্টি-টাৰ্টিলৈ নেযাওঁ। কিন্তু যি দুই-এঠাইলৈ গৈছোঁ, ক'তো মই এনেকুৱা তিতামাত শুনা নাছিলোঁ। মই কলোঁ,—"তোমাৰ কথাৰ অৰ্থ আনে অন্যভাৱে লব বা ভুল বুজিব বুলি তোমাৰ অকণো ভয় লগা নাইনে?"

"ভুল বুজিলেও বুজিব পাৰে, কিন্তু ভয় লাগিব কেলেই?"

"তুমি কেতিয়াবা কেতিয়াবা নভবা-নিচিন্তাকৈ যিহকে পোৱা তাকে কোৱা। তুমি এতিয়াই মোক ৰান্ধনি-ঘৰলৈ যাবলৈ কৈছিলা, আন

মানুহে ভাবিব যে তুমি সঁচাকৈয়ে মোক তালৈ যাবলৈ কৈছা, কিন্তু মই জানো যে তুমি নিশ্চয় মোক তেনে কৰিবলৈ কোৱা নাই, কাৰণ তুমি ইমান অবুজ নোহোৱা।”

তেওঁ আমাৰ ওচৰৰ পৰা কেখোজমান আঁতৰি গ’ল। মই কি কলোঁ তাকেই তেওঁ ভাবিবলৈ ধৰিছে। তেওঁ আকৌ ওচৰলৈ আহি কলে,—“ইয়াত একো ভুল বুজিবৰ কথা হোৱা নাই, লেফটেনান্ট। তুমি ঠিকেই শুনিছা, মই তোমাক সঁচাকৈয়ে ৰান্ধনিঘৰলৈ যাবলৈ কৈছোঁ।”

মোৰ লগত কথা পাতি থকা মহিলা-গৰাকীয়ে চিঞৰি কৈ উঠিল,—ছিঃ, এডৱাৰ্ডা।”

মোৰ ভাব-চিন্তা সকলো ছেদেলিভেদেলি হৈ গ’ল। মোৰ ভৰিৰ তলৰ পৰা পৃথিবীখন আঁতৰি যাবলৈ ধৰিছে। মই বৰ অস্থিৰ হৈ পৰিলোঁ। ছোফাখনৰ পৰা উঠি গুচি যাবলৈ ওলালোঁ, ডাক্তৰে আহি বাধা দিলে।

ডাক্তৰে কলে,—“অতবেলি তোমাৰ প্ৰশংসাৰ কথাকেই শুনি আছিলোঁ।”

“প্ৰশংসা? কাৰ মুখৰ পৰা?”

“এডৱাৰ্ডাৰ পৰা। তেওঁ এতিয়াও সৌ কোণটোৰ পৰা তোমালৈ মুগ্ধ হৈ চাই আছে। প্ৰেমৰ জেউতিত উজ্জ্বল হৈ উঠা তেওঁৰ সেই চকুযুৰি মই কেতিয়াও পাহৰিব নোৱাৰিম। তেওঁ আনকি ডাঙৰকৈ ফুটাই কৈ পেলাইছিল যে তেওঁ তোমাক ভাল পায়।”

মই হাঁহি পেলালোঁ। কলোঁ,—“বঢ়িয়া”। একোকে ভাবিব পৰা নাই। বেৰণৰ ওচৰলৈ গলোঁ আৰু লাহেকৈ কিবা কওঁ বুলি মোৰ মুখখন তেওঁৰ কাণৰ ওচৰলৈ নি তেওঁৰ কাণত এসোপা থুই পেলাই দিলোঁ। তেওঁ জাপমাৰি উঠিল, আৰু অঁকৰাটোৰ দৰে মোৰ মুখলৈ চাই থাকিল। অলপ পিছত দেখিলোঁ তেওঁ গৈ এডৱাৰ্ডাক এই ঘটনাটোৰ কথা কৈছে আৰু এডৱাৰ্ডাৰ চকুৱে মুখে বিৰক্তিৰ ভাব ফুটি ওলাইছে। বোধকৰোঁ সেই সময়ত সেই জোতাযোৰ পানীত পেলাই দিয়া, গিলাছ-বাটি ভঙা আৰু আন আন অভদ্ৰ কামবোৰৰ কথা তেওঁৰ মনত পৰিছিল। মোৰ বৰ লাজ লাগিল। মোৰ পৰাই য’তে ত’তে এইবোৰ গণ্ডগোল। যিপিনেই চাওঁ সেইফালেই দেখোঁ আচৰিতহৈ বিৰক্তিপূৰ্ণ চকুৰে আটায়ে মোলৈ চাই আছে। বিদায় বা ধন্যবাদ একো নজনোৱাকৈয়ে মনে মনে ছিৰিলাওৰ পৰা পলাই গুচি আহিলোঁ।



## সাতাইশ

বেৰণ গুচি যাবগৈ। ভাল কথা। মই বন্দুকটো লৈ পাহাৰৰ ওপৰলৈ গৈ তেওঁৰ আৰু এডৱাৰ্ডাৰ সন্মানৰ অৰ্থে এজাই গুলী এৰিম। পাহাৰখনৰ গাত দ গাঁত এটা খান্দি তেওঁক আৰু এডৱাৰ্ডাক সন্মান দেখুৱাবৰ বাবে পাহাৰখন উৰুৱাই দিম। তেওঁৰ জাহাজখন এৰাৰ লগে লগে পাহাৰৰ অংশ এটা বাগৰি গৈ ভীষণ শব্দ কৰি সাগৰত পৰিবগৈ। পাহাৰখনৰ কোনফালেদি আগেয়ে শিল বাগৰি গৈ শিৰলি পৰি পাহাৰখনৰ বুকুত বাট এটা হৈছে, তাক মই জানোঁ। পাহাৰখনৰ নামনিত নাও থোৱা সৰু ঘৰ এটা আছে।

কমাৰজনক কলোঁগৈ,—“পাহাৰ খান্দিবলৈ দুটা বাটলি লাগে।” কমাৰজনে পাহাৰ খুন্দা বাটলি তৈয়াৰ কৰিবলৈ ধৰে।

ইভাই ম্যাকৰ ঘোঁৰা এটা লৈ ঘাটৰ পৰা কাৰখানালৈ, আকৌ কাৰখানাৰ পৰা ঘাটলৈ, এনেদৰে কাম কৰি আছে। ইভাক বনুৱাৰ কাম কৰিবলৈ লগাইছে। চাউল আৰু ময়দাৰ বস্তাবোৰ অ’ৰ পৰা ত’লৈ অনানিয়া কৰিব লগা হৈছে। ইভাক লগ পালোঁ। তেওঁৰ স্নিগ্ধ আৰু দীপ্ত মুখখন দেখিবলৈ বৰ ধুনীয়া হৈছে। কেনে কোমল আৰু মিঠা তেওঁৰ হাঁহি। সদায় গধূলি মই তেওঁক লগ পাওঁ।

“ইভা, প্ৰিয়া মোৰ। তোমাক দেখিলে তোমাৰ মনত কোনো দুখ-কষ্ট নাই যেন লাগে।”

“তুমি মোক তোমাৰ প্ৰিয়া বুলি মাতিছা! তোমাৰ প্ৰিয়া! মই অশিক্ষিত, কিন্তু মই সদায় তোমাৰ বিশ্বাসভাজন আৰু বাধ্য হৈ থাকিম। তাৰবাবে যদি কেতিয়াবা মোৰ এই ক্ষুদ্ৰ প্ৰাণটোও দিবলগীয়া হয়, তালৈকেও মই সাজু। মোৰ ওপৰত ম্যাকৰ শাসন দিনে দিনে কঠোৰতৰ হবলৈ ধৰিছে, মই কিন্তু সেই বিষয়ে একো নেভাবোঁ। তেওঁৰ মাজে মাজে বৰ খং উঠে, মই একো নেমাতোঁ। এদিন খং উঠি তেওঁ মোৰ বাহুটোতে ধৰিলৈ খুব ডাবি-হুকি দিছিল। মাথোঁ এটা কথাই মোৰ মনত আঘাত দিয়ে।”

“কি কথা?”

‘ম্যাকে তোমাক ভয় দেখুৱায়। মোক কয়,—তোমাৰ মগজুত কেৱল সেই লেফ্‌টেনান্টজনৰ কথাহে মেৰপাক খাই ফুৰিবলৈ ধৰিছে।

মই কওঁ,—"হয়, মই তেওঁৰ।" তেতিয়া তেওঁ কয়,—"বাৰু, ৰ'বা। মই সোনকালেই তেওঁক ইয়াৰ পৰা খেদিবৰ দিহা কৰিম। যোৱা-কালি তেওঁ তেনেকৈ কৈছিল।"

"কবলৈ দিয়া। দেখুৱাওক ভয়। তাৰপৰা মোৰ একো নহয়।··· ইভা, তোমাৰ ভৰি দুখন আজিও তেনেকুৱা সৰু সৰু হৈ আছেনে? চামনে এবাৰ? তুমি চকু মুদি থাকা, মই চাওঁ।"

ইভাই মোৰ কান্ধতে মূৰটো থয় আৰু চকুদুটা মুদে। তেওঁ কঁপিবলৈ ধৰে। আমি দুয়ো লাহে লাহে হাবিখনৰ ভিতৰত সোমা-লোঁগে। ঘোঁৰাটো তাতে থিয় হৈ ৰৈ থাকে।

## আঠাইশ

পাহাৰখনতে বহি বহি পাহাৰ খান্দিবলৈ ধৰিছোঁ। শৰৎকাল, আকাশ-বতাহ সকলো নিৰ্মল। পাহাৰ খান্দো, আৰু হাতুৰিৰ কোবৰ কেউপিনে প্ৰতিধ্বনি উঠে। ঈছপে আচৰিত হৈ মোৰ মুখলৈ চাই থাকে। মাজে মাজে মোৰ অন্তৰত এটা তৃপ্তিৰ ঢৌ খেলি যায়। এই নিৰ্জন পাহাৰৰ ওপৰত যে মই অকলে আছোঁ সেইকথা কোনেও নেজানে।

উৰণীয়া চৰাইবোৰ ক'ৰবালৈ উৰি গৈছেগৈ। সিহঁতৰ যাত্ৰা শুভ হওক। আকৌ উভতি আহিলে, সিহঁতক আদৰণি জনাম।

প্ৰকৃতিৰ ৰূপ সলনি হৈ গৈছে। গছে-পাতে, ফুলে-ফলে নতুনক আদৰি লবৰ আয়োজন। ঈগল চৰাই এটাই পাখি মেলি পাহাৰখনৰ ওপৰত উৰি ফুৰিবলৈ ধৰিছে।

সন্ধিয়া হ'ল। বাটলি আৰু হাতুৰিটো শিল এছটাৰ কাষতে থৈ অলপ জিৰণি লওঁ। এন্ধাৰ হৈ আহিবলৈ ধৰিছে। উত্তৰ দিশৰ পৰা লাহে লাহে জোনটো উঠিবলৈ ধৰে, ডাঙৰ ডাঙৰ শিলবোৰৰ বিপৰীতফালে প্ৰকাণ্ড ছাঁ পৰে। আজি পূৰ্ণিমা। জোনটো এটা উজ্জ্বল দীপ যেন দেখি। মুগ্‌ধ হৈ চাই থাকোঁ। ঈছপ বৰ চঞ্চল হৈ উঠে।

"কি ঈছপ? মোৰ দুখ-বেদনাৰ বোজা আৰু বৈ লৈ ফুৰিব নোৱাৰোঁ। মই বৰ শ্ৰান্ত। কিন্তু মই এইবোৰ পাহৰি যাম সোনকালেই। মনে মনে শুই থাক ঈছপ। কথা শুন, মই আলৈ-আহকাল সহিব নোৱাৰোঁ।"



ইভাই সোধে,—"তুমি মাজে-সময়ে মোৰ কথা ভাবানে?"

"সদায় তোমাৰ কথাকেই ভাবোঁ।"

"মোৰ বিষয়ে ভাবি তুমি আনন্দ পোৱানে?"

"সদায় আনন্দ, পূৰ্ণ আনন্দৰ মাজত ডুব গৈ থাকোঁ।"

"তোমাৰ চুলি পকিবলৈ ধৰিছে।"

"এৰা, চুলি পকিবলৈ আৰম্ভ কৰিছে।"

"নিশ্চয় তুমি কিবাকিবি ভাবিচিন্তি থাকা, সেইদেখি তোমাৰ চুলি পকিবলৈ ধৰিছে।"

"হবও পাৰে।"

"অ', তেনেহলে তুমি অকল মোৰ কথাকেই নেভাবা···"

হঠাৎ ঈছপ চঞ্চল হৈ উঠে আৰু হাঁচিয়াবলৈ ধৰে। সি নামনিলৈ চাই পঠিয়ায়, আৰু মোক কাপোৰত ধৰি টানি নৈ যাবলৈ ধৰে। তাৰ লগে লগে যাবলৈ ধৰিলোঁ। সন্মুখত দেখিলোঁ আকাশলংঘী ভীষণ জুই। স্তম্ভিত হলোঁ,—দুখোজমান আগুৱাই গলোঁ আৰু তাতে থৰ হৈ চাই থাকিলোঁ,—মোৰ পজাঁটোত জুই লাগিছে।

## ঊনত্ৰিশ

ম্যাকে জুই লগাই দিছিল। মই গুৰিৰে পৰাই কথাটো বুজিব পাৰিছিলোঁ। জন্তুৰ শুকাই থোৱা চামৰাবোৰ, চৰাইৰ পাখি, ঈগল চৰাইটো,—সকলো পুৰি ছাই হৈ গ'ল। কি কৰিম এতিয়া? মুকলি আকাশৰ তলত দুৰাতি কটালোঁ। আশ্ৰয় বিচাৰি ছিৰিলাগুলৈ নগলোঁ। অৱশেষত ঘাটৰ ওচৰত এনেয়ে পৰি থকা জালোৱাৰ পঁজা এটা ভাৰা কৰিলোঁ। বেৰ-দুৱাৰবোৰ মেৰামত কৰি ললোঁ। বস্তা এটাৰ ওপৰতে শুই থাকোঁ। মোৰ অভাৱ পূৰ্ণ হৈ গৈছে।

এডৱাৰ্ডাই এদিন খবৰ পঠালে যে তেওঁ মোৰ বিপদৰ কথা শুনি বৰ দুখ পাইছে, আৰু তেওঁৰ দেউতাকৰ হৈ ছিৰিলাগুত মোক কোঠালি এটা দিছে। এডৱাৰ্ডাৰ মনত আঘাত লাগিছে! দয়ালু এডৱাৰ্ডা! মই একো উত্তৰ নিদিলোঁ। ঈশ্বৰক ধন্যবাদ জনাওঁ যে মই আৰু আশ্ৰয়হীন নহওঁ। এডৱাৰ্ডাৰ চিঠিৰ উত্তৰ নিদিলোঁ বুলি ভাবি মোৰ মন গৰ্ব আৰু আনন্দেৰে পূৰ্ণ হৈ উঠিছে। তেওঁক আলিবাটত লগ পালোঁ।

এজনৰ বাহুৰে আনজনৰ বাহু সাৱটি ধৰি বেৰণৰ লগত তেওঁ ফুৰিবলৈ ধৰিছে। তেওঁলোক দুয়োজনৰে মুখলৈ চাই নমস্কাৰ জনালোঁ।

এডৱাৰ্ডা ব'ল আৰু সুধিলে,—"তেনেহলে তুমি আমাৰ লগত নেথাকা, নহয় নে লেফটেনান্ট ?"

"নতুন ঠাই এডোখৰত থাকিবলৈ লৈছোঁ। বেছ সুখেৰেই আছোঁ।"

তেওঁ মোলৈ চালে। তেওঁৰ বুকুখন বৰকৈ উঠা-নমা কৰিবলৈ ধৰিছে। তেওঁ কলে,—"আমাৰ লগত থকাহলে তোমাৰ একো ক্ষতি নহ'লহেঁতেন বোধকৰোঁ।"

মোৰ অন্তৰখন কৃতজ্ঞতাৰে পূৰ্ণ হৈ উঠিল, কিন্তু মুখ ফুটাই একো নকলোঁ।

বেৰণে লাহে লাহে খোজ কাঢ়িবলৈ ধৰিছে।

এডৱাৰ্ডাই কলে, —"তুমি বোধকৰোঁ মোৰ লগত আৰু দেখা-সাক্ষাৎ কৰিব নোখোজা।"

"মোৰ ঘৰটো পুৰি যোৱা শুনি তুমি মোক আশ্ৰয় দিব খুজিছিলা, তাৰবাবে তোমাক ধন্যবাদ জনাইছোঁ। তোমাৰ দেউতাৰে সন্মতি দিবলৈ টান পোৱা সত্বেও যে তুমি মোক ইমান মৰম দেখুৱাইছা, তোমাৰ এই করুণাৰ সীমা নাই।" টুপীটো দাঙি তেওঁক ধন্যবাদ জনালোঁ।

তেওঁ হঠাৎ কৈ উঠিল,—"তুমি আৰু মোৰ মুখকে নোচোৱা নেকি গ্লান ?"

বেৰণে তেওঁক মাতিবলৈ ধৰিছে।

আকৌ এবাৰ সসন্মানে টুপীটো দাঙি লৈ তেওঁক কলোঁ,—"বেৰণে তোমাক মাতিবলৈ ধৰিছে।"

আকৌ পাহাৰৰ ওপৰলৈ উঠি গৈ পাহাৰ খান্দিব লৈ ধৰোঁ। আৰু কোনোপধ্যেই আত্মসংযম নেহেৰুৱাওঁ। ইভাক লগ পালোঁ। চিঞৰ মাৰি কলোঁ,—"কি কৈছিলোঁ তেতিয়া ? ম্যাকে মোক কি কৰিব পাৰে ? তেওঁ জুই লগাই মোৰ পঁজাটো পুৰি পেলাইছে, আকৌ আন এটা পঁজা পাইছোঁ।"

ইভাই ব্ৰাছ এডাল আৰু আল্‌কাতৰাৰ বাল্টি এটা লৈ যাবলৈ ধৰিছে। কি খবৰ ইভা ?

ম্যাকে তেওঁৰ নাওত আল্‌কাতৰা লগাবলৈ ইভাক আদেশ দিছে। ইভাৰ প্ৰত্যেক কথাকে তেওঁ লক্ষ্য কৰে। ম্যাকৰ সকলো কথাই শুনিবলৈ তেওঁ বাধ্য।



"কিন্তু সেই নাও ৰখা ঘৰটোত কেলেই ? ঘাটতেই দেখোন ৰং লগাব পাৰি।"

"ম্যাকৰ তেনেকুৱাই আদেশ।"

"ইভা, তোমাক সিহঁতে লিগিৰীৰ দৰে ব্যৱহাৰ কৰিছে আৰু তুমি অকণো অভিযোগ নকৰা। তুমি হাঁহিছা, তোমাৰ হাঁহিৰ মাজেৰে প্ৰাণৰ চঞ্চলতা ফুটি ওলাইছে, কিন্তু তথাপি তুমি লিগিৰী এজনীতকৈও···।"

আকৌ পাহাৰ খান্দিবলৈ আৰম্ভ কৰিছোঁ। কথা এটা দেখি আচৰিত হওঁ। কোনোবা ইয়ালৈকে আহিছিল। খোজবোৰ ভালদৰে চালোঁ, ম্যাকৰ দীঘলীয়া জোঙা জোতাযোৰৰ দাগ দেখিলোঁ। ইয়ালৈ তেওঁ কি বিচাৰি আহিছিল ? কেউপিনে ঘূৰি চালোঁ, নেদেখিলোঁ। মোৰ মনত একো সন্দেহ নহ'ল।

আকৌ হাতুৰি কোবাই কোবাই পাহাৰ খান্দিবলৈ ধৰিলোঁ। সপোনতো ভবা নাছিলোঁ···

## ত্ৰিশ

ডাক-জাহাজ আহি পাইছে। মোৰ ইউনিফৰ্মটোও আহিছে। এইখন জাহাজতেই বেৰণে তেওঁৰ বস্তু-বাহানিবোৰ লৈ উভতি যাবগৈ। হেৰিং মাছ আৰু তেলৰ পিপা আদিৰে এতিয়া জাহাজখন বোজাই হবলৈ ধৰিছে। গধূলি জাহাজ এৰিব।

বন্দুকটো ললোঁ আৰু প্ৰতিটো নলীতে গুলী ভৰাই ললোঁ। ঠিক হৈছে, নিজকে নিজে কওঁ। পাহাৰলৈ গলোঁ আৰু মই খান্দি থোৱা গাঁতবোৰ বাৰুদেৰে পূৰ্ণ কৰি থলোঁ। সকলো ঠিকঠাক হৈছে। তাতে বহি বহি প্ৰতীক্ষা কৰি থাকোঁ।

কেবাঘন্টাও প্ৰতীক্ষা কৰিলোঁ। জাহাজ এৰি দিবলৈ আয়োজন কৰিছে। চকাটো অলপ অলপকৈ ঘূৰিবলৈ ধৰিছে। সন্ধিয়া হ'ল। মালবোৰ জাহাজখনত তোলা হ'ল। জাহাজ এৰি দিলে। আৰু কেইমিনিটমান অপেক্ষা কৰিব লাগিব। জোন এতিয়াও উঠা নাই। সন্ধিয়াৰ অন্ধকাৰৰ মাজেদি উন্মাদৰ দৰে থৰ হৈ চাই থাকোঁ।

দ্বীপটোৰ পৰা জাহাজখন এৰি দিলে। মই দিয়াচলাইৰ কাঠি এটা জ্বলাই বাৰুদৰ শলিতাত জুই লগাই দি উভতি লৰ দিলোঁ। এমিনিট

হৈ গ'ল। হঠাৎ গগণ-পবন বিদীৰ্ণ কৰি কাণ তালমৰা শব্দ এটা হয়, শিলবোৰ ডোখৰ ডোখৰ হৈ কেউপিনে উফৰি পৰিবলৈ ধৰে, ঠাই-ডোখৰ কঁপিবলৈ ধৰে, গোটেই পাহাৰখন যেন হাহাকাৰ কৰি ৰসাতললৈ যাব ধৰিছে। কেউপিনৰ পাহাৰবোৰত শব্দৰ প্ৰতিধ্বনি উঠে। বন্দুকটো লওঁ, আৰু এজাই গুলী এৰোঁ। কেউদিশে প্ৰতিধ্বনি উঠে। অলপ সময় পিছতে দুনাইবাৰ গুলী এৰিলোঁ। বতাহ কঁপি উঠে, প্ৰতি-ধ্বনি বহল পৃথিবীৰ বুকুত চিঞৰি ফুৰে। অলপ সময় যায়। বতাহ শান্ত হয়, প্ৰতিধ্বনিবোৰ পাহাৰত লীন হৈ যায়, পৃথিবী মনে মনে শুই থাকে, অন্ধকাৰৰ মাজত জাহাজখন অদৃশ্য হৈ যায়।

## একত্ৰিশ

আৰু কি লিখিম? আমি কেবাদিনো চিকাৰ কৰিবলৈ যোৱা নাই। খাবলৈকো একো নাছিল। লঘোণে থাকিলোঁ। পঁজাটোৰ ভিতৰতে ভাবি ভাবি বহি থাকোঁ। ম্যাকৰ বগা ৰঙৰ নাওখনত তুলি ইভাৰ মৃতদেহটো গীৰ্জালৈ লৈ গ'ল। মই খোজ কাঢ়িয়েই গীৰ্জালৈ গলোঁ।

ইভাৰ মৃত্যু হৈছে। কেকোঁৰা কেকুঁৰি কোমল চুলিৰে ভৰি থকা তাইৰ সেই অকণমান ধুনীয়া মূৰটোৰ কথা তোমাৰ মনত পৰেনে? ইমান ধীৰে ধীৰে তাই আহিছিল। মূৰটো একতীয়াকৈ হেলাই লৈ এনেকৈ মনমুহি মিচিকীয়াই হাঁহিছিল। তাইৰ সেই প্ৰাণময় হাঁহিটি মনত আছে নে? মনে মনে থাক ঈছপ;—এটা পুৰণি সাধু মনত পৰিছে, চাৰিপুৰুষ আগৰ কথা। ইছেলিনৰ সময়ৰ সাধু। ষ্টেমাৰ তেতিয়া পুৰোহিত আছিল।

ৰাজকাৰেঙত বন্দিনী এজনী ছোৱালী। কোঁৱৰ এজনক ভাল পাইছিল। কিয়? বতাহক সোধা, তৰাবোৰক সোধা, জীৱন দেৱতাক সোধা,—ভাল পোৱা কাক বোলে ইহঁতৰ বাহিৰে যে আন কোনেও নেজানে। কোঁৱৰজন আছিল তেওঁৰ বন্ধু, তেওঁৰ প্ৰিয়তম। এনে-কৈয়ে দিন যায়। এদিন আন এজনক দেখিলে আৰু তেওঁক ভাল পাবলৈ ধৰিলে।

ডেকাজনে ছোৱালীজনীক আপোন গাহৰা হৈ ভাল পাইছিল। ছোৱালীজনী আছিল তাৰ জীৱনৰ আশীৰ্বাদ, তাৰ মনৰ কুপৌকুঁৱৰী,



—তাইৰ আলিঙ্গন আছিল মধুৰ, উত্তপ্ত। সি কৈছিল, "তোমাৰ হিয়া-খনি মোক দিয়া।" তাই দিছিল। কোঁৱৰে সোধে,—"আৰু কিবা বিচাৰিম নে প্ৰিয়া মোৰ?" আনন্দতে বলিয়া হৈ ছোৱালীজনীয়ে কয়, "উঁ।" তাই কোঁৱৰক নিজৰ অন্তৰখন উজাৰ কৰি দিছিল,—সকলো দিছিল,—সকলো। তথাপি কোঁৱৰে তাইক এদিনো ধন্যবাদ দিয়া নাছিল,—কৃতজ্ঞতা জনোৱা নাছিল।

কিন্তু আন এগৰাকীক সি ভাল পাইছিল,—বন্দী ভৃত্যৰ দৰে, উন্মাদৰ দৰে, ভিখাৰীৰ দৰে। কিয়? পথৰ ধূলিক সোধা, সৰি পৰা পাতটোক সোধা, সোধা ৰহস্যময় জীৱন দেৱতাক,—ইহঁতৰ বাহিৰে কোনে জানিব এইবোৰ কথা! ছোৱালীজনীয়ে তাক একো দিয়া নাছিল। এৰা, একোকে দিয়া নাছিল। তথাপি ছোৱালীজনীক সি কত ধন্যবাদ দিছিল, কৃত-জ্ঞতা জনাইছিল! তাই কৈছিল,—"মোক তোমাৰ শান্তি আৰু বন্ধুত্ব দিয়া।" কোঁৱৰ দুঃখিত হৈছিল—কিয় তেওঁ তাৰ জীৱনটো বিচৰা নাই। ছোৱালীজনী থাকে কাৰেঙত...

"তমি তাত কি কৰিছা কুঁৱলী? মাথোঁ বহি থাকা আৰু মিচি-কিয়াই হাঁহা?"

"দহ বছৰৰ আগৰ কথা ভাবিছোঁ। তেতিয়া মই তেওঁক লগ পাইছিলোঁ।

"তাৰ কথা তোমাৰ এতিয়াও মনত আছেনে?"

"এৰা, আজিও মনত পৰে।"'

সময় যায়।

"তুমি তাত কি কৰিছা কুঁৱলী? তুমি তাতে বহি হাঁহি থাকা কিয়?"

"কাপোৰ এখনত ফুল বাছি বাছি তেওঁৰ নামটো লিখিবলৈ ধৰিছোঁ।"

"কাৰ নাম? যিজনে তোমাক ইয়াত বন্দী কৰি থৈছে?"

"এৰা, যাক মই কুৰি বছৰ আগেয়ে লগ পাইছিলোঁ।"

"তাক তোমাৰ আজিও মনত পৰে নে?"

"ঠিক আগৰদৰেই আজিও মনত পৰে।" আৰু সময় যায়।

"তুমি তাত কি কৰিছা, বন্দিনী?"

"বয়স ভাটি দিলে। ফুল বাছিব নোৱাৰা হৈছোঁ। চকুৰে মনিব নোৱাৰোঁ। বেৰৰ পৰা মাটি খহাওঁ। সেই মাটিৰে

পিয়লা এটা সাজিবলৈ ধৰিছোঁ। তেওঁলৈ সেয়ে হব মোৰ নিঃকিন উপহাৰ।"

"কাৰ কথা কৈছা ?"

"মোৰ প্ৰিয়তমৰ,—যিজনে মোক ইয়াতে কাৰেঙত বন্দী কৰি থৈছে।"

"তোমাক তেওঁ কাৰেঙত বন্দী কৰি থৈছে, সেই কাৰণেই তুমি হাঁহা নেকি ?"

"তেওঁ এতিয়া কি কলেহেঁতেন, তাকেই ভাবিবলৈ ধৰিছোঁ। তেওঁ হয়তো কব 'চোৰা চোৰা মোৰ প্ৰিয়াই মোক এটা অকণমান পিয়লা উপহাৰ দিছে। আজি ডেৰকুৰি বছৰেও তেওঁ মোক পাহৰা নাই।"

আৰু সময় যায়।——

"বন্দিনী, আজিও তুমি তাত তেনেকৈ বহি আছা, হাঁহিছা ?"

"বয়স ভাটি দিলে, বুঢ়ী হলোঁ, মোৰ চকু অন্ধ। মই আজিও ভাবিয়েই আছোঁ।"

"যাক দুকুৰি বছৰ আগেয়ে লগ পাইছিলা, তাৰেই কথানে ?"

"এৰা, যাক পাটগাভৰু কালতে দেখিছিলোঁ। হয়তো দুকুৰি বছৰ আগেয়েই।"

"তাৰ মৃত্যু হৈছে, তুমি নেজানানে···তুমি শেঁতা পৰিছা, তুমি জৰাগ্ৰস্ত, মোৰ কথাৰ উত্তৰ তুমি নিদিয়া। তোমাৰ ওঠ দুটা বগা হৈ গৈছে, তোমাৰ নিশ্বাস নপৰে,···সেয়া, সেইটোৰেই কাৰেঙৰ বন্দিনী ছোৱালী-জনীৰ সাধু। ৰবি ঈছপ, অলপ ৰবি,—এটা কথা কবলৈ পাহৰি গৈছোঁ। এদিনাখন ছোৱালীজনীয়ে তেওঁৰ সন্মুখত আঠু কাঢ়ি বহি-ছিল, লাজতে তেওঁৰ মুখখন ৰঙচুৱা হৈ পৰিছিল। বহু দিনৰ আগৰ কথা।

তোমাক কবৰ দিছোঁ, ইভা। বেদনাব্যথিত হিয়াৰে তোমাৰ কবৰৰ ওপৰৰ মাটিখিনিত চুমা খাইছোঁ। তোমাৰ কথা যেতিয়া ভাবোঁ,—ৰঙা-গোলাপৰ আভাৰে ৰঞ্জিত মোহময় স্মৃতি এটা মোৰ মানসপটত জিলিকি উঠে। তোমাৰ হাঁহিটিৰ কথা ভাবিলে মোৰ সৰ্বাঙ্গ আশীৰ্বাদেৰে সিক্ত হৈ উঠে। তুমি মোক সকলো দিছিলা,,—সকলো। তুমি আছিলা সৃষ্টিৰ প্ৰাণময়ী শিশু। কিন্তু যিবোৰে মোলৈ চাওঁনে নেচাওঁকৈ এবাৰ কেৰাহিকৈ চায়, তেওঁলোকৰ চিন্তাইহে মোৰ অন্তৰখন জুৰি থাকে। কেলেই ? সোধা বাৰটা মাহক আৰু সাগৰৰ বুকুত ভাহি ফুৰা জাহাজ-বোৰক, সোধা ৰহস্যময় অন্তৰ-দেৱতাক···



## বত্ৰিশ

মানুহ এজনে কলে,—"তুমি আজিকালি চিকাৰ কৰিবলৈ নোযোৱা নেকি ? ঈছপে হাবিত শহাপহু এটাক পিছে পিছে খেদি ফুৰিবলৈ ধৰিছে।"

"মোৰ হৈ তুমিয়েই সেইটো মাৰি লৈ আহাগৈ।"

কেদিনমান গ'ল। ম্যাকৰ লগত দেখা হ'ল। তেওঁৰ চকু দুটি ভিতৰলৈ সোমাই গৈছে, মুখখন শেঁতা। মই ভাবিলোঁ, সঁচাকৈয়ে মই আনৰ মনৰ অৱস্থা বুজিবলৈ পাৰোঁনে ? নে নোৱাৰোঁ ? মই নিজেই নেজানো।

ম্যাকে সেই পাহাৰ খহিপৰা দুৰ্ঘটনাটোৰ কথা উলিয়ালে। সি এটা দুৰ্ভাগ্য,—এটা দুৰ্ঘটনা, তাত মোৰ কোনো অপৰাধ নাই।

মই কলোঁ,—"যদি কোনোবাই যি কোনো উপায়ে হওক ইভা আৰু মোৰ মাজত বিচ্ছেদ ঘটাব খুজিছিল, তেন্তে তাৰ উদ্দেশ্য সিদ্ধি হৈছে। তাৰ ওপৰত বিধাতাৰ অভিশাপ পৰক।"

ম্যাকে সন্দেহৰ চকুৰে মোৰ পিনে চালে। ইভাৰ কবৰটোৰ বিষয়ে কিবাকিবি কলে। পাহাৰ খহি ওপৰত পৰাৰ কাৰণে তেওঁৰ যিখন নাও চূৰমাৰ হৈ গৈছে, তাৰ কাৰণে তেওঁ একো ক্ষতিপূৰণ নলয়।

মই কলোঁ,—"সেই নাওখন, আল্‌কাতৰাৰ বালটিটো আৰু ব্ৰাছ ডালৰ বাবে আপোনাক একো নেলাগে নে ?"

"একো নেলাগে, বুজিছানে লেফটেনান্ট। সেইটো কথা তুমি ভাবিব পাৰিছা কেনেকৈ ?"—তেওঁ মোলৈ ঘৃণাপূৰ্ণ চকুৰে চালে।

তিনি সপ্তাহ হৈ গ'ল এডৱাৰ্ডাক দেখা নাই। অ' হয়, এদিন ৰুটি কিনিবলৈ যাওঁতে দোকানখনত লগ পাইছিলোঁ। তেওঁ তাত কেতবোৰ কাপোৰ চাই আছিল। আমি দুজনৰ বাহিৰে দোকানখনৰ দুজন সহকাৰীও তাত আছিল।

মই অলপ ডাঙৰকৈ তেওঁক সম্ভাষণ জনালোঁ, তেওঁ মূৰটো দাঙি চালে, একো নেমাতিলে। মই মনতে ভাবিলোঁ যে তেওঁ তাত থকা সময়খিনিত মোৰ ৰুটি কিনা নহব। মই সহকাৰীজনলৈ চাই বাৰুদ আৰু গুলী দিবলৈ কলোঁ। তেওঁ সেইবোৰ দিবলৈ ধৰা সময়খিনিত এডৱাৰ্ডাক ভালদৰে চালোঁ।

তেওঁ ধোৱাবৰণীয়া পুৰণি সাজ এযোৰ পিন্ধিছে। সেইযোৰ

তেওঁলৈ সৰু হৈছে। তেওঁৰ বুকুখন ববকৈ উঠানমা কৰিবলৈ ধৰিছে। এটা জহকালিতেই তেওঁ যথেষ্ট ডাঙৰ-দীঘল হৈছে। তেওঁৰ চেলা-উৰিযুৰি চিন্তান্বিত হৈ কোঁচখাই আছে। তেওঁৰ বেঁকা চেলাউৰি-যোৰ যেন এটা প্ৰহেলিকাহে। তেওঁৰ কথা-বতৰা আদিও আগতকৈ বহুত গহীন হৈছে। তেওঁৰ হাত দুখনিলৈ চালোঁ,--- তেওঁৰ দীঘলীয়া ধুনীয়া আঙুলিবোৰ দেখি মনটো বৰ চঞ্চল হৈ উঠে। তেওঁ এতিয়াও কাপোৰবোৰেই লুটিয়াই বগৰাই চাই আছে।

মনত বৰ ইচ্ছা হৈছিল যে ঈছপে দৌৰিগৈ তেওঁৰ ওচৰ পাওকগৈ আৰু মই তাক তৎক্ষণাত মাতি আনি তেওঁৰ ওচৰত ক্ষমা খোজোঁ। তেওঁ কি কব তেতিয়া ?

"এয়া আপোনাৰ···" দোকানীজনে কলে।

বস্তুখিনিৰ দাম দিলোঁ। বস্তুখিনি হাতত লৈ আকৌ এবাৰ অভিবাদন জনালোঁ। তেওঁ মূৰটো দাঙি চালে, কিন্তু এইবাৰো একো নকলে। বঢ়িয়া। এৰা, হবইতো, তেওঁ বেৰণৰ কইনা। কুচি নোলোৱাকৈয়ে গুচি আহিলোঁ। বাহিৰলৈ আহি খিৰিকীখনলৈ চাই পঠিয়ালোঁ,---কোনেও মোক চোৱা নাই।

## তেত্ৰিশ

তাৰ পিছত এদিন নিশা বৰফ পৰিবলৈ ধৰিলে। মোৰ পজাঁটোৰ ভিতৰতো বৰ ঠাণ্ডা। ৰন্ধাবঢ়া কৰিবলৈ চৌকা এটা আছিল হয়, পিছে খৰিবোৰ তেনেই সেমেকি আছে। বেৰখনৰো কেবাঠাইত ফাঁক হৈছে, আৰু সেই ফাঁকবোৰেদি ঠেৰেঙা লগা বতাহ আহিছে। শৰৎকাল শেষ হৈ গ'ল। দিনবোৰ চুটি হৈ আহিছে। দিনত বেলিৰ কিৰণ পৰি বৰফবোৰ গলি যায়, কিন্তু ৰাতি হলে আকৌ ঠাণ্ডা বতাহ বলে আৰু পানীবোৰ গোট মাৰে। ঘাঁহ, পোকপৰুৱা আদি মৰি গ'ল।

বন্দৰটোত কোনো হাই-উৰুমি নাই। বেলিয়ে সাগৰৰ বুকুত শুই পৰিছে। অকলশৰীয়া নাও এখনৰ পৰা দাঁড়মৰাৰ ক্ষীণ শব্দ এটা বতাহত ভাহি আহিছে।

ছোৱালী এজনী নাও বাই আহিছে।

"তুমি ক'ত আছিলা ?"



"ক'তো নাই।"

"মই তোমাক চিনি পাওঁ। যোৱাবেলি জহকালি তোমাক লগ পাইছিলোঁ।"

তেওঁ নাওখন পাৰলৈ আনি বান্ধি থলে, আৰু ওপৰলৈ উঠি আহিল।

"তুমি ছাগলী চৰাইছিলা, মোজাৰ ফিটা বান্ধিবলৈ অলপ ৰৈছিলা। সেইদিনা তোমাক মই লগ পাইছিলোঁ।"

তেওঁৰ গালদুখন অলপ ৰঙা হৈ উঠে, লাজকুৰীয়াভাৱে হাঁহে।

"হেৰা ছাগলী চৰাইফুৰা ছোৱালী, মোৰ পঁজাটোলৈ ব'লা, তোমাক এবাৰ ভালকৈ চাওঁ। মই তোমাৰ নামটোও জানো,---তোমাৰ নাম হেন্ৰিয়েট্।"

কিন্তু তেওঁ একো নোকোৱাকৈ গুচি যায়গৈ। শীতে তেওঁকো আৱৰি পেলাইছে,---তেওঁৰ ইন্দ্ৰিয়বোৰ সুপ্ত।

বেলিয়ে সাগৰত ডুব দিছে।

## চৌত্ৰিশ

মই এই প্ৰথমবাৰ ইউনিফৰ্মটো পিন্ধি ছিৰিলাগুলৈ গলোঁ। বুকুখন কঁপিবলৈ ধৰিছে।

সেই প্ৰথমদিনাখনৰ পৰা সকলো কথাই মোৰ মনত পৰিছে। সেইদিনা, যিদিনা এডৱাৰ্ডাই দৌৰি আহি আটাইবোৰৰ সন্মুখতে মোক সাৱটি ধৰিছিল। কিন্তু এতিয়া ? আজি কত মাহৰ পৰা তেওঁ মোক তেওঁৰ সঙ্গৰ পৰা আঁতৰাই দিছে। মোৰ চুলিবোৰ বগা কৰি দিলে। মোৰ নিজৰ দোষ ? এৰা, কুগ্ৰহই আজি মোৰ জীৱনৰ পথ নিৰ্দেশ কৰিছে। আজি যদি মই তেওঁৰ ভৰিত পৰি হিয়াখন উজাৰ কৰি দি তেওঁক মোৰ অন্তৰত লুকাই থোৱা কথাষাৰ প্ৰকাশ কৰোঁ, তেন্তে তেওঁ যে মোক কিমান ঠাট্টা-মস্কৰা কৰিব ! তেওঁ চকী এখন আগুৱাই দি বহিবলৈ কব, মদ অনাব আৰু মোৰ লগত একেলগে পিবলৈ বুলি গিলাছটো তেওঁৰ ওঠলৈকে নিয়াৰ লগে লগে কব,---"লেফ্‌টেনান্ট, অতদিন আমি একেলগে থকাৰ বাবে তোমাক ধন্যবাদ জনাইছোঁ। মই এই কথা কেতিয়াও নেপাহৰোঁ।" কিন্তু যেতিয়া মোৰ মন আনন্দিত হব, হয়তো অলপ আশাও হব, তেওঁ গিলাছটোৰ পৰা পিবৰ

ছল কৰি ওঠত গিলাছটো নলগোৱাকৈয়ে নমাই থব। তেওঁ যে পিবৰ কাৰণে মাথোঁ ছলহে কৰিছিল সেই কথাটোও মোৰ পৰা লুকাই নেৰাখিব, মই যাতে তেওঁৰ ছলনাটো বুজিব পাৰোঁ তাৰ বাবেহে চেষ্টা কৰিব। তেওঁ তেনেকুৱাই।

বাটটোৰে গৈ থাকোঁতে ভাবিবলৈ ধৰিলোঁ,---মোৰ ইউনিফৰ্মটোৱে নিশ্চয় তেওঁক মুগ্ধ কৰিব। গুণাৰ বনকৰা কামখিনি নতুন আৰু ধুনীয়া। তৰোৱালখন মজিয়াত লাগি জনজ্‌নাই উঠিব। অন্তৰখন পুলকিত হৈ উঠিল, আৰু নিজকে নিজে কলোঁ,---এতিয়াও কত কি হব পাৰে, কোনে জানে! এতিয়া আৰু বিনয় বা নম্ৰতা নহয়, মানুহৰ সন্মান আৰু অহঙ্কাৰৰ কথা। যি হয় হব, মই একোকে গ্ৰাহ্য নকৰোঁ। এতিয়া আৰু মই যাচি গৈ হাত নেপাতোঁ। মোক ক্ষমা কৰিবা ৰূপহী-গাভৰু, মই আৰু তোমাৰ পাণিপ্ৰাৰ্থী নহওঁ---

চোতালত ম্যাকৰ লগত দেখা হ'ল। চুলিবোৰ বেছিকৈ পকিছে, চকুদুটা আৰু ভিতৰলৈ সোমাই গৈছে।

"গুচি যাবাগৈ হেনো? হয়নে? বোধকৰোঁ সম্প্ৰতি তোমাৰ দিনকাল ভালদৰে চলা নাছিল। তোমাৰ ঘৰটোও পুৰি গ'ল।"---ম্যাকে মিচিকিয়াই হাঁহিলে।

হঠাৎ মনত খেলালে, মোৰ চকুৰ আগত পৃথিৱীৰ আটাইতকৈ জ্ঞানী মানুহজন থিয় হৈ আছে।

"ভিতৰলৈ যোৱা লেফ্‌টেনান্ট, এডৱাৰ্ডা আছে। মই এতিয়া তোমাক বিদায়হে জনাওঁ। জাহাজ এৰিবৰ সময়ত ঘাটত তোমাৰ লগত দেখা হব।" মূৰটো তললৈ কৰি ভাবি যাবলৈ ধৰিলে, মাজে মাজে সুহুৰিয়ালেও।

এডৱাৰ্ডাই ভিতৰতে বহি কিবা পঢ়ি আছিল। মই সোমাওঁতেই ইউনিফৰ্মটোলৈ চাই অলপ আচৰিত হ'ল। কেৰাহিকৈ মোৰ পিনে চালে, লাজ লাগি অলপ ৰঙাও পৰিল।

"মই বিদায় লবলৈ আহিছোঁ,"......কোনোমতে কথাষাৰ কলোঁ।

তেওঁ হঠাৎ থিয় হ'ল আৰু কলে,---"গ্লান, তুমি গুচি যাবাগৈ নেকি? এতিয়াই নে?"

"এৰা, যেতিয়াই জাহাজ আহে।" মই তেওঁৰ হাত, দুয়োখন হাতকে চেপা মাৰি ধৰিলোঁ। এটা অভিনৱ আনন্দই মোৰ সৰ্বাঙ্গ



পুলকিত কৰি তোলে, মুখেৰে ফুটাই কওঁ---"এডৱাৰ্ডা!" তেওঁৰ পিনে ৰ' লাগি চাই থাকোঁ।

এটা মুহূৰ্ত মাথোন,---তেওঁ তেনে নিৰ্বিকাৰ, উদাসীন। তেওঁৰ সকলো সত্বাই মোক বাধা দিছে, তেওঁ নিজক সম্বৰণ কৰি লয়। মই যেন তেওঁৰ সন্মুখত ভিখাৰীৰ দৰে থিয় হৈ আছোঁ। তেওঁৰ হাতখন এৰি দিলোঁ, তেওঁ অবপ আঁতৰি গ'ল। মনত আছে সেই মুহূৰ্তৰ পৰা মই তাতে থিয় হৈ যন্ত্ৰচালিতৰ দৰে মাতি আছিলোঁ---"এডৱাৰ্ডা! এড্‌ৱাৰ্ডা!" কিমানপৰ তেওঁৰ নামটো এনেদৰে বাৰে বাৰে মাতি আছিলোঁ কব নোৱাৰোঁ। তেওঁ যেতিয়া সুধিলো,---"কেলেই মাতিছা? কি কব খুজিছা?"---তেতিয়া মই একোকে কব নোৱাৰিলোঁ।

তেওঁ কলে,---"তুমি তেনেহলে সঁচাকৈয়ে গুচি যাবাগৈ। অহা বছৰ তোমাৰ সলনি বা কোন আহে, কোনে জানে?"

"আন এজন আহিব। পঁজাটো আকৌ সজা হব।"

নীৰৱতা। কিতাপখন লবলৈ তেওঁ হাতখন মেলিছে।

তেওঁ কলে,---"দেউতা ঘৰত নাই। তেওঁ উভতি আহিলে তুমি আহিছিলা বুলি কম।"

মই একো নেমাতিলোঁ। আগুৱাই গৈ তেওঁৰ হাতখন আকৌ এবাৰ তুলি লৈ কলোঁ,---"বিদায় এডৱাৰ্ডা।"

তেওঁ কলে,---"বিদায়।"

ওলাই যাবলৈকেই যেন দুৱাৰখন খুলিলোঁ। তেওঁ কিতাপখন হাতত লৈ পঢ়িবলৈ ধৰিছেই। সঁচাকৈয়ে পঢ়িছে, পাত লুটিয়াবলৈ ধৰিছে। মই বিদায় লোৱাৰ পৰা তেওঁৰ এতিলমানো দুখ নহয়,---তেওঁ অকণো নেভাবে।

মই এটা কাহ মাৰিলোঁ।

তেওঁ উভতি চাই আচৰিত হৈ কলে,---"অ', তুমি যোৱা নাই নেকি? মই তুমি যোৱা বুলিহে ভাবিছিলোঁ।"

ভগবানে জানে সঁচা নে মিছা, কিন্তু বৰ বেছিকৈ আচৰিত হৈছিল। তেওঁ আগৰপৰা সাৱধান হৈ নথকা বাবে বৰ বেছি আচৰিত হোৱা যেন দেখুৱালে। মোৰ মনত খেলালে, মই যে তেওঁৰ পিছপিনে থিয় হৈয়েই আছোঁ সেইকথা তেওঁ জানিছিল।

মই কলোঁ,---"এয়া এতিয়াই যাওঁ।"

তেওঁ মোৰ ওচৰলৈ আহিল। কলে,---"তুমি গুচি যাবাগৈ যেতিয়া

তোমাৰ স্মৃতিচিনস্বৰূপে কিবা এটা পালে মই ইমান ভাল পাম। তোমাক এটা বস্তু খুজিবলৈ বৰ ইচ্ছা হয়; কিন্তু সাহ নহয়। ঈছপক মোক দিবানে?"

মই একো হেহোঁনেহোঁ নকৰাকৈ দিম বুলি কলোঁ।

তেওঁ কলে,—"তেনেহলে তুমি কালিলৈ তাক লৈ আহিবা দেই।"

খিৰিকীৰপিনে চালোঁ। কেও নাই।

সকলো শেষ হৈ গৈছে।

পঁজাত মোৰ এই শেষ ৰাতি। বহি বহি ভাবিবলৈ ধৰিছোঁ। সময় যোৱাৰ হিছাপ কৰিবলৈ ধৰিছোঁ। ৰাতিপুৱালত মোৰ শেষ আহাৰখিনি তৈয়াৰ কৰিলোঁ। দিনটো বৰ ঠাণ্ডা। তেওঁ মোক নিজে কুকুৰটো লৈ যাবলৈ অনুৰোধ কৰিলে কিয়? বিদায়ৰ শেষক্ষণত তেওঁ মোক কিবা কব খোজে নেকি? মোৰ যে আশা কৰিবৰ আৰু একো নাই। ঈছপৰ প্ৰতিয়েই বা তেওঁ কেনে ব্যৱহাৰ কৰিব! ঈছপ, ঈছপ, তোক তেওঁ কষ্ট দিব, মোৰ ওপৰত খং কৰি তেওঁ তোক সৌকাবে কোবাব। কেতিয়াবা হয়তো মৰম-আদৰো কৰিব, কিন্তু হকে-বিহকে তোক বেত মাৰিবই-----

ঈছপক মোৰ ওচৰলৈ মাতি আনিলোঁ। মৰম কৰিলোঁ আৰু আমাৰ দুয়োৰে মূৰ দুটা ওচৰাওচৰিকৈ ৰাখি বন্দুকটো তুলি ললোঁ। সি আনন্দতে শব্দ কৰি উঠিল, ভাবিলে আমি এতিয়াই চিকাৰলৈ যাম। আকৌ দুয়োৰে মূৰ দুটা একেলগে ৰাখিলোঁ। বন্দুকৰ নলীৰ মুখখন ঈছপৰ ডিঙিত লগাই লৈ ঘোৰাটো টিপি দিলোঁ।

ঈছপৰ মৃতদেহটো এডাৰ্ৱাৰ্ডাৰ ওচৰলৈ লৈ যাবলৈ মানুহ এজন ভাবা কৰি আনিলো।

## পঁয়ত্ৰিশ

গধূলি ডাক জাহাজ এৰিব।

ঘাটলৈ গলোঁ। মোৰ বস্তু-বাহানি সকলোবোৰ জাহাজত তোলা হৈছে। ম্যাকে মোৰ হাতখনত ধৰি খুব উৎসাহ দিছিল,—বঢ়িয়া বতৰ, কেউদিশ নিৰ্মল, মুকলি,—এনেকুৱা বতৰত তেখেঁ নিজে যাব পৰা-হেঁতেন বৰ বং পালেহেঁতেন। এডৱাৰ্ডাক লগত লৈ ডাক্তৰ আহিব



ধৰিছে। মই অনুভৱ কৰিছোঁ যেন মোৰ আঠুদুটা কঁপিবলৈ ধৰিছে।

ডাক্তৰে কলে,—"তোমাৰ শুভযাত্ৰা কামনা কৰিবলৈ আহিলোঁ।" মই ধন্যবাদ জনালোঁ।

এডৱাৰ্ডাই মোৰ পিনে চোকাচকুৰে চালে আৰু কলে,—"তুমি যে কুকুৰটো পঠিয়াইছিলা, তাৰ বাবে ধন্যবাদ।" তেওঁ ওঠ দুটা জোৰকৈ চেপি ধৰিছে, ওঠ দুটা শেঁতা পৰি গৈছে।

ডাক্তৰে মানুহ এজনক সুধিলে,—"জাহাজ কেতিয়া এৰিব?"

"আধাঘন্টাৰ ভিতৰত।"

মই একো নকলোঁ।

এডৱাৰ্ডাই অস্থিৰ হৈ এবাৰ ইফালে এবাৰ সিফালে চাইছে। তেওঁ কলে,---"ডাক্তৰ, আমি দেখোন এতিয়া ঘৰলৈকেই যাব পাৰোঁ। যিটো কথাৰ কাৰণে আহিছিলোঁ, সিতো হৈয়েই গ'ল। আৰু কিয়···?"

ডাক্তৰে কলে,—"যি কাৰণে আহিছিলা, সেই কামটো কৰা হ'ল নে?"

তেওঁ নম্ৰভাৱে মিচিকিয়াই হাঁহি কলে,—"মই যি কথাটো কৈছিলোঁ, তাৰ অৰ্থ সেইটোৱেই নহয় নে?"

ডাক্তৰে চমুকৈ কলে,---"নহয়।"

ডাক্তৰৰ পিনে চালোঁ। সেই চুটি-চাপৰ মানুহজন তাতে থিয় হৈ আছে। মুখত তেওঁৰ দৃঢ়তা ফুটি উঠিছে।

সন্ধিয়া হৈ আহিছে।

মই কলোঁ,—"বিদায়। প্ৰতিটোদিনৰ কাৰণে ধন্যবাদ।"

এডৱাৰ্ডাই বোবাৰদৰে মোৰ মুখলৈ চাই ৰ'ল। তাৰপিছত মূৰটো ঘূৰাই লৈ জাহাজখনৰ পিনে চাবলৈ ধৰিলে।

জাহাজত উঠিলোঁগৈ। এডাৱাৰ্ডা তেতিয়াও ঘাটতে থিয় হৈ আছে। জাহাজত গৈ উঠোতে ডাক্তৰে চিঞৰি কলে, "বিদায়।" পাৰলৈ চাই পঠিয়ালোঁ। ঠিক সেই মুহূৰ্তত এডৱাৰ্ডাই মুখখন ঘূৰালে আৰু ডাক্তৰক পিছ পেলাই থৈ খৰখৰকৈ ঘাটৰ পৰা খোজ ললে। তেওঁক মই সেয়েই শেষবাৰলৈ দেখিলোঁ।

মোৰ অন্তৰখন বিষাদেৰে পূৰ্ণ হৈ উঠিল···

জাহাজ চলিবলৈ ধৰিছে। "লোণ আৰু পিপা",—ম্যাকৰ ছাইন-বোৰ্ডখন এতিয়াও দেখা পোৱা যায়। ক্ষন্তেক পিছতে আৰু নেদেখা হ'ল। আকাশত জোন আৰু তৰাবোৰ জিলিকি উঠিল, সৌ

আঁতৰত কাছপিঠীয়া পাহাৰৰ শ্ৰেণী আৰু সীমাহীন অৰণ্যানী। সৌটো কাৰখানা। সৌ তাতেই আছিল মোৰ পঁজাটো, এদিন পুৰি গ'ল। তাতেই সেই ধোৱাবৰণীয়া শিলটো আজিও অকলশৰে পৰি আছে। ইছেলিন,—ইভা,—

নিশা উত্তৰদিশৰ পোহৰ এছাটিয়ে ভৈয়াম আৰু পাহাৰ উজ্বলাই তোলে।

## ছয়ত্ৰিশ

সময় কটাবৰ কাৰণে এইবোৰ লিখিছোঁ। নৰ্দলেণ্ডৰ সেই জহ-কালিৰ কথা ভাবিলে আজিও মোৰ মনত ইমান আনন্দ লাগে। কত-দিন ঘন্টাৰ পিছত ঘন্টাকৈ সময় গণিছিলোঁ। সময় আনন্দেৰে অতি-বাহিত হৈছিল। সকলো সলনি হৈ গৈছে। এতিয়া আৰু দিন নেযায়, ৰাতি নুপুৱায়।

মোৰ জীৱনৰ মধুময় ক্ষণ এতিয়াও বহুত বাকী, কিন্তু সময় অচল হৈ পৰিছে। সময়ো ইমান নিথৰ-নিশ্চল হৈ পৰিব পাৰে! আচ-ৰিত যেন লাগে। মোৰ এতিয়া কোনো কাম-কাজ নাই,— ৰজাৰ কোঁৱৰৰ দৰে মুকলিমূৰীয়া। ভালেই হৈছে, মানুহ-দুনুহ লগ পাওঁ, গাড়ীত উঠি ফুৰোঁ। মাজেসময়ে চকু এটা মুদি লৈ আঙুলি এটাৰে আকাশৰ বুকুত কিবাকিবিবোৰ লিখোঁ, জোনটোক থুতৰিত ধৰি মৰম কৰোঁ, এনেদৰে মৰম কৰা দেখি জোনটিয়ে লাজতে হাঁহে। মদৰ বোটল এটা খুলিলোঁ আৰু বংমনৰ মানুহবোৰক মাতি আনিলোঁ।

এড্ৱাৰ্ডা? এড্ৱাৰ্ডাৰ কথা আৰু নেভাবোঁ। ইমানদিনে তেওঁৰ বিষয়ে সমূলি পাহৰি নেযাম কেলেই? মোৰো অলপ অহঙ্কাৰ আছে। যদি কোনোবাই মোক সোধে মোৰ কিবা দুখ আছেনে নাই, তেন্তে মই পোনপটীয়াকৈ উত্তৰ দিওঁ,—নাই, মোৰ কোনো দুখ নাই···

কোৱাই শুই শুই মোলৈ চাই থাকে। আগেয়ে তেনেকৈ চাইছিল ঈছপে, এতিয়া চায় কোৱাই। ওপৰত ওলোমাই থোৱা ঘড়ীটোৱে টিক-টিককৈ বাজিবলৈ ধৰিছে, খোলা খিৰিকীখনেৰে বাহিৰত নগৰীৰ অশ্ৰান্ত কোলাহল শুনা যায়। দুৱাৰখনত কোনোবাই টুকুৰিয়ায়, ডাক-হৰকৰাই মোৰ হাতত চিঠি এখন দি যায়। মুকুটৰ ছাবথকা চিঠি



এখন। কোনে এই চিঠিখন পঠিয়াইছে, মই জানো। মই তৎক্ষণাত কথাটো বুজি পালোঁ। বোধকৰোঁ কোনোবা নিদ্ৰাহীন ৰাতি ইয়াকেই মই সপোনত দেখিছিলোঁ। চিঠিখনত একো লিখা নাই। ভিতৰত আছে চৰাইৰ দুটা সেউজীয়া পাখি।

গোটেই শৰীৰটো যেন বৰফ হৈ যায়, সৰ্বাঙ্গ শিথিল হৈ আহে। দুটা সেউজীয়া পাখি! তাৰ পৰা কি হ'ল বাৰু? ইমান মৰ্মাহত হৈছোঁ কিয়?

খিৰিকীৰে বৰ চেঁচা বতাহ ভিতৰলৈ আহিছিল। খিৰিকীবোৰ বন্ধ কৰি দিলোঁ।

চৰাইৰ পাখি দুটা তাতে আছে। সেই পাখি দুটা মই চিনি পাওঁ। নৰ্দলেণ্ডৰ ঘটনা এটা মনত পৰে, এৰা, বহুতো ঘটনাৰ ভিতৰত সামান্য ঘটনা এটাৰ কথা। সেই পাখি দুটা আকৌ দেখিবলৈ পাই বৰ ভাল লাগিছে। আচম্বিতে যেন কাৰোবাৰ মুখ এখন চকুৰ আগত ভাঁহি উঠে, মাত এষাৰ শুনিবলৈ পাওঁ, কোনোবাই যেন কয়—"এয়া, তোমাৰ পাখি দুটা লৈ যোৱা লেফ্‌টেনান্ট।" দুটা পাখি······

কোৱা, মনে মনে শুই থাক, শুনিছনে নাই? লৰচৰ কৰিলে তোকো মাৰি পেলাম। বতৰ বৰ গৰম। ঘৰৰ ভিতৰতো অসহ্য গৰম। খিৰিকীবোৰ বন্ধ কৰিছিলোঁ কিয়? আকৌ খুলি দিয়া, দুৱাৰ-খনো খোলা—বহলকৈ খুলি দিয়া। হেৰা আনন্দত মতলীয়া প্ৰাণী, আহঁা এই ফালেদি ভিতৰলৈ সোমাই আহঁা। মোৰ খবৰ এটা লৈ যোৱা আটাইকে খবৰ দিয়াগৈ, সকলোৱে মোৰ ঘৰলৈ অতিথি হৈ আহক···

দিন যায়, কিন্তু সময় যাব নোখোজে।

মনত কোনো দুখ নাই, কেৱল মই ইয়াৰ পৰা আঁতৰি যাবলৈ বিচাৰোঁ। ক'লৈ? মই নেজানো, কিন্তু বহুদূৰলৈ,—আফ্ৰিকালৈ, নাইবা ভাৰতবৰ্ষলৈ। মোৰ স্থান অৰণ্যানীত—নিৰ্জনতাত।

# গ্লানৰ মৃত্যু

## ১৮৬১ চনৰ এখন দলিল

### ১

নিৰুদ্দেশ হৈ যোৱা লেফটেনান্ট টমাছ গ্লানৰ কাৰণে গ্লান পৰিয়ালে বাতৰি কাকতত যিমান ইচ্ছা জাননী দিয়ক, কিন্তু তেওঁ আৰু কেতিয়াও ঘূৰি নাহে। তেওঁৰ মৃত্যু হৈছে আৰু কেনেকৈ তেওঁৰ মৃত্যু হ'ল মই জানোঁ।

সঁচাকৈ কবলৈ হলে, তেওঁৰ আত্মীয়-পৰিজনে আজিও তেওঁৰ খা-খবৰ পাবলৈ আগ্ৰহান্বিত হৈ থকা বাবে মই অকণো আচৰিত নহওঁ; কাৰণ টমাছ গ্লান বহুত বিষয়ত এজন অসাধাৰণ ব্যক্তিত্বৰ প্ৰিয়ভাষী মানুহ আছিল। তেওঁৰ প্ৰতি মোৰ অন্তৰ শত্ৰুভাৱাপন্ন হব পাৰে, তেওঁৰ স্মৃতিয়ে মোৰ মনত ঘৃণা ওপজাব পাৰে, কিন্তু ন্যায়ৰ খাতিৰত মই এইটো কথা স্বীকাৰ কৰিবই লাগিব—তেওঁ দেখিবলৈ বৰ ধুনীয়া আছিল। অন্তৰখন আছিল যৌৱনমদত মত্ত আৰু তদুপৰি তেওঁৰ আছিল মানুহক আকৰ্ষণ কৰিব পৰা সম্মোহিনী শক্তি। যেতিয়া তোমালৈ তেওঁ সেই উত্তপ্ত পাশবিক চকুদুটিৰে চাই পঠিয়ায়, তেতিয়া বুজিব পাৰিবা তেওঁৰ শক্তি কিমান। আনকি ময়ো সেই শক্তি অনুভৱ কৰিব পাৰিছিলোঁ। তিৰোতা এগৰাকীয়ে কৈছিল, "তেওঁ যেতিয়া মোৰ পিনে চায় তেতিয়া মই নিজকে হেৰুৱাই পেলাওঁ, তেওঁৰ দৃষ্টিয়ে যেন মোৰ সৰ্বাঙ্গ স্পৰ্শ কৰিছে এনে অনুভৱ হয়।"

কিন্তু টমাছ গ্লানৰো দোষ আছিল। মই তেওঁক ঘিণ কৰোঁ যেতিয়া মই সেইবোৰ লুকুৱায়েই বা থম কেলেই? তেওঁৰ অন্তৰখন বৰ কৰুণাপূৰ্ণ আছিল। মাজে সময়ে সৰু ল'ৰাৰ দৰে আতিগুৰি নোহোৱাকৈ যিহকে পায় তাকে কৰে। বোধকৰোঁ এই কাৰণেই তিৰোতাবোৰ তেওঁৰ প্ৰতি আকৰ্ষিত হৈছিল। তেওঁ তেওঁলোকৰ লগত কথা পাতিব পাৰে, তেওঁলোকৰ অৰ্থহীন কথা-বতৰা শুনি হাঁহিব পাৰে আৰু এনেকৈয়ে তেওঁলোকৰ মনত এটা ছাব বহুৱাই থয়।



তেওঁৰ বহুৱালিৰ বহুতো কথা মই জানো। সেইবোৰ যেতিয়াই মোৰ মনত পৰে তেতিয়াই লিখি যাম, এটা কথাও বাদ নিদিওঁ, কাৰণ আজিকোপতি তেওঁ মোৰ শত্ৰু। মই ইমান উদাৰচিতীয়া হবলৈ যাম কেলেই? মই এইটো অৱশ্যে স্বীকাৰ কৰোঁ যে তেওঁ যেতিয়া মদ খায় তেতিয়াহে লাগ-বান্ধ নথকা কথাবোৰ কয়। কিন্তু মদ খাই বলিয়ালি কৰাটোৱেই এটা বৰ ডাঙৰ ভুল নহয়নে?

মই তেওঁক প্ৰথম লগ পাইছিলোঁ ১৮৫৯ চনৰ হেমন্তকালত। তেওঁৰ তেতিয়া ৩২ বছৰ বয়স। আমি দুয়ো সমবয়সীয়া আছিলোঁ। তেওঁ কামিজৰ ডিঙিৰ বোটামটো সদায় খুলি ৰাখিছিল। সেই কাৰণে তেওঁৰ ধুনীয়া ডিঙিটো সদায় চকুত পৰিছিল। লাহে লাহে মোৰ লগত তেওঁৰ শত্ৰুতা বাঢ়িবলৈ ধৰিলে আৰু তেওঁৰ ডিঙিত মই আগৰদৰে সৌন্দৰ্য্য নেদেখা হলোঁ। তেওঁৰ লগত মোৰ প্ৰথম দেখা হয় নৈৰ ওপৰত নাও এখনত। চিকাৰৰ সন্ধানত আমি দুয়ো নাওখনত উঠি একে ঠাইলৈকে যাবলৈ ওলাইছিলোঁ। কলৈ যাবলৈ ধৰিছিলোঁ সেই ঠাই ডোখৰৰ নাম মই ইচ্ছা কৰিয়েই নকওঁ, কলে আনেও সেই ঠাইলৈ যাবলৈ সুচল পাব। গ্লান পৰিয়ালে তেওঁলোকৰ আত্মীয়ৰ বাবে জাননী দিয়াটো বন্ধ কৰাহে ভাল, কাৰণ আমি যি ঠাইলৈ গৈছিলোঁ—নাম নকওঁ—তাতেই তেওঁৰ মৃত্যু হৈছিল।

টমাছ গ্লান নামটো মোৰ অচিনাকি নহয়, তেওঁক লগ পোৱাৰ আগেয়েই মই তেওঁৰ নামটো শুনিছিলোঁ। নৰ্দলেণ্ডৰ ডাঙৰ পৰিয়াল এঘৰৰ গাভৰু এগৰাকীৰ লগত হোৱা তেওঁৰ কথা-বতৰাবোৰৰ বিষয়েও মই গম পাইছিলোঁ। ইয়াকো শুনিছিলোঁ যে গ্লানে তেওঁক সৈমান কৰি আনিছিলেই; পিছে গাভৰুগৰাকীয়েই হেনো মৰমৰ এনা সূতাডাল ছিঙি পেলালে। গ্লান বৰ গোঁৱাৰ আছিল, প্ৰত্যাখ্যাত হৈ তেওঁ নিজেই নিজৰ ওপৰত প্ৰতিশোধ লবলৈ প্ৰতিজ্ঞা কৰিলে আৰু গাভৰুগৰাকীয়েও তেওঁৰ যিহকে ইচ্ছা তাকে কৰিবলৈ তেওঁক এৰি দিলে। সেই সময়ৰ পৰা টমাছ গ্লানৰ নাম সকলোৰে জনাজাত হৈ পৰিল। তেওঁৰ স্বভাৱ হ'ল বৰ হিংস্ৰ আৰু উত্তেজনাপূৰ্ণ। তেওঁ বৰকৈ মদ খাবলৈ ধৰিলে আৰু নানা কেলেঙ্কাৰী কৰি শেষত সৈন্য বিভাগৰ কামটোও ইস্তফা দিলে। ছোৱালী এজনীৰ প্ৰত্যাখ্যানৰ বাবে প্ৰতিশোধ লোৱাৰ কেনে অভিনৱ উপায়!

সেই গাভৰুগৰাকীৰ লগত তেওঁৰ সম্বন্ধৰ বিষয়ে আন ধৰণৰ

কথা এটাও শুনিবলৈ পোৱা যায় যে, তেওঁলোকৰ ভিতৰত কোনো মিলা-প্ৰীতি নাছিল, গাভৰুগৰাকীৰ পৰিয়ালৰ মানুহে তেওঁক তেওঁলোকৰ ঘৰৰ পৰা উলিয়াই দিছিল, আৰু গাভৰুগৰাকীয়েও সেই কামত সহায়তা কৰিছিল। চুইডেন দেশৰ কাউণ্ট এজনৰ লগত,—নাম মই নকওঁ—বিয়াৰ কথাবাৰ্তা হোৱাৰ পিছত গাভৰুগৰাকীয়ে হেনো তেওঁৰ প্ৰতি তেনে ব্যৱহাৰ কৰিছিল। কিন্তু মই তেওঁৰ বিষয়ে আগৰ কথাটোহে সঁচা বুলি ভাবোঁ, কাৰণ তেওঁক মই ঘিণ কৰোঁ আৰু তেওঁ কৰিব নোৱাৰা একো কাম নাই বুলি ভাবোঁ। যিয়েই নহওক, গাভৰুগৰাকীৰ লগত হোৱা এইবোৰ কথাৰ বিষয়ে তেওঁ নিজে কাহানিও নকৈছিল আৰু মই তেওঁক এই বিষয়ে সোধা নাছিলোঁ। মৰেই বা সুধিবলৈ যাম কিয় ?

মোৰ বটিয়াকৈ মনত আছে, আমি নাওত উঠি যাওঁতে আমি যাবলৈ খোজা কিন্তু আগেয়ে নেদেখা গাওঁখনৰ বিষয়ে কথা পাতি গৈছিলোঁ। মেপখনলৈ চাই গ্লানে কৈছিল,—"বোধকৰোঁ তাত হোটেল এটা আছে আৰু হোটেলৰ গৰাকী হৈছে এজনী অন্ত্যজা তিৰোতা। ওচৰৰ গাওঁখনতে গাওঁবুঢ়াজন থাকে আৰু তাৰ কেবাজনীও ঘৈণীয়েক আছে আৰু সিহঁত কেজনীমানৰ মাথোঁ দহ বছৰহে বয়স।"

গাওঁ বুঢ়াই বা কোন, তাৰ ঘৈণীয়েক কেইজনী, তাত হোটেল আছে নে নাই, ইত্যাদি বিষয়ে মই একো নেজানো। মই একো নেমাতিলোঁ। গ্লানে হাঁহিলে, তেওঁৰ হাঁহিটো বৰ সুন্দৰ।

অ', এটা কথা পাহৰিছিলোঁৱেই। দেখিবলৈ ধুনীয়া হলেও তেওঁক সৰ্বতোভাৱে সম্পূৰ্ণ মানুহ বুলিব নোৱাৰি। তেওঁ মোক কৈছিল যে তেওঁৰ বাঁও ভৰিখনত বন্দুকৰ গুলী লাগি জখম হৈছিল আৰু যেতিয়াই বতৰৰ সলনি হয় তেতিয়াই ভৰিখনৰ বিষত তৎ নোপোৱা হয়।

২

এসপ্তাহ পিছত হোটেল বুলি খ্যাত ডাঙৰ পঁজাঘৰ এটাত থাকিবলৈ ললোঁ। তাত বুঢ়ী অন্ত্যজা তিৰোতা এজনীও আছিল। উস্, হোটেলটোনো কি চাবা! বেৰবোৰ মাটিৰে লিপা। মাজে মাজে দুই এডোখৰ কাঠো দেখিলোঁ। কাঠবোৰ আকৌ উইয়ে খাই অৱস্থা নোহোৱা কৰি থৈছে। উইবোৰ কেউপিনে ঘূৰি ফুৰিবলৈ ধৰিছে। গ্লান আৰু মই



দুয়ো দুটা কোঠালিত থাকিলোঁ। গ্লানতকৈ মোৰ কোঠালিটো ভাল। গ্লানে ওপৰত চাং এখনত সজা কোঠালিটোতে থাকিবলৈ ললে। সেই কোঠালিটোত দিনে ৰাতিয়ে অসহ্য গৰম।

বৰকৈ গৰম পৰা দেখি চিকাৰ কৰিবলৈ নগৈ পঁজাটোতে সেই কেদিন থাকিলোঁ। ৰাতি আঠুৱা তৰি নুশুলে উপায় নাই, কিন্তু তাতো শান্তি নাই। ৰাতি ক'ৰবাৰ পৰা বাদুলিবোৰ আহি আঠুৱা ফালি-ছিৰি পেলায়। গ্লান প্ৰায়েই এনেকুৱা দুৰ্ভোগত ভুগিবলগীয়া হৈছিল। কাৰণ গৰমৰ কাৰণে তেওঁ অকণমান খিৰিকী এখন খুলি থৈ শুইছিল। মোক হলে বাদুলিয়ে এনেদৰে উৎপাত কৰা নাছিল। দিনত হলে পঁজাটোৰ বাহিৰত কঠ পাৰি লৈ চিগাৰেট হুপি হুপি বাগৰি থাকোঁ আৰু ওচৰত থকা আন আন পঁজাৰ মানুহবোৰৰ জীৱন-যাত্ৰাৰ প্ৰণালী চাওঁ। দেশীয় মানুহবোৰ তামবৰণীয়া, ওঠবোৰ ডাঙৰ, কাণত আঙঠি পিন্ধা আৰু পিতল চকুৱা। সিহঁত প্ৰায় নাঙঠ। কঁকালত সৰু কাপোৰ এডোখৰ মাথোঁ ওলমি থাকে আৰু তিৰোতাবোৰে কপাহী সূতাৰ ঘাগৰা এটা পিন্ধি থাকে। ল'ৰা-ছোৱালীবোৰ দিনে ৰাতিয়ে সম্পূৰ্ণ উলঙ্গ হৈ থাকে। সিহঁতৰ পেটবোৰ মাটিকলহ একোটাহে জানিবা। তেল ঘঁহা বাবে বেলিৰ পোহৰত চিকমিকাই থাকে।

গ্লানে কলে,—"তিৰোতাবোৰ বৰ শকত।"

তিৰোতাবোৰ যে বৰ শকত সেইকথাটো মই আগেয়েই লক্ষ্য কৰিছিলোঁ। আচলতে এই তিৰোতাবোৰৰ হাতমুখ বৰ শকত-আৰুট হলেও সিহঁতৰ আটাইবোৰেই দেখিবলৈ অশুৱনি নহয়। মই গাওঁত তামিল ছোৱালী এজনী লগ পাইছিলোঁ। তাইৰ চুলিটাৰ আছিল দীঘল আৰু দাঁত দুপাৰি আছিল বৰফৰ দৰে বগা। সেই অঞ্চলত তায়ে আটাইতকৈ ধুনীয়া ছোৱালী আছিল। এদিন আবেলি মই তাইক ধাননি পথাৰ এখনৰ দাঁতিত লগ পাইছিলোঁ। তাই ঘাঁহনিডৰাৰ ওপৰতে উবুৰি হৈ শুই ভৰি দুখন ওপৰলৈ দাঙি বতাহ লঠিয়াই আছিল। আমি দুয়ো হেপাহ পলুৱাই কথা পাতি আছিলোঁ। পিছদিনা ৰাতি পুৱালতহে আমি দুয়ো বিদায় ললোঁ। তাই তেতিয়া পোনেই ঘৰলৈ নগ'ল। অলপ ঘূৰিপকি পলমকৈ ঘৰ ওলালগৈ আৰু আগদিনা ৰাতি ওচৰৰ গাওঁখনতে থকা বুলি মিছা মাতিলে। সিদিনা গধূলি গ্লানে গাওঁৰ মাজলৈ গৈ এটা সৰু পঁজাৰ আগত আন দুজনী ছোৱালীৰ লগত কথা-বতৰা পাতি কটালে। ছোৱালী দুজনীৰ বয়স বোধকৰোঁ দহবছৰ-

মানহে হব। গ্লানে তাতে বহি যিহকে পায় তাকে কৈ কৈ ফটিকা খাই আছিল। তেওঁ তেনেকৈ সময় কটাবলৈ বৰ ভাল পায়।

দুদিন পিছত আমি চিকাৰলৈ গলোঁ। চাহবাগিচা, ধানৰ পথাৰ, মুকলি ঘাঁহনি আদিৰ মাজেৰে আমি নদীখনৰ পিনে যাবলৈ ধৰিলোঁ। গৈ গৈ বাঁহ, আমগছ, তেতেলিগছ, চেগুন গছ আদি নানা প্ৰকাৰৰ গছ-গছনি থকা হাবি এখন পালোঁগৈ। নৈখনত পানী বৰ কম আছিল। আমি কপৌ, শবালি আদি মাৰিলোঁ। এদিন গধূলি নাহৰফুটুকী বাঘ এহাল দেখিলোঁ। গ্লানৰ নিচান বৰ ঠিক আছিল। তেওঁ গুলীয়া-ওঁতে কোনোদিনেই ভুল কৰা নাছিল। অৱশ্যে তেওঁৰ বন্দুকটো মোৰটোতকৈ বহুত ভাল আছিল। ময়ো যে ঠিককৈ বন্দুক মাৰিব নোৱাৰিছিলোঁ এনে নহয়। মই তাৰবাবে কেতিয়াও অহঙ্কাৰ কৰা নাছিলোঁ। কিন্তু গ্লানে প্ৰায়েই কৈছিল,—"মই ইয়াক নেজত গুলীয়াম", বা "সৌটোক মূৰটোতে গুলীয়াম।"

নাহৰফুটুকী বাঘ দুটা লগ পাওঁতে গ্লানে তেওঁৰ খাজিমবা বন্দুকটো লৈয়েই সেই দুটা মাৰিবলৈ যাব খোজে। মইহে তেওঁক এন্ধাৰ হৈ অহা দেখি বুজাই-বঢ়াই ৰাখিলোঁ। খাজিমবা বন্দুক এটা লৈয়েই বাঘ দুটা মাৰিবলৈ তেওঁৰ সাহ আছে বুলি অহঙ্কাৰো কৰিলে।

"সেই দুটাক নুগুলীওৱা বাবে মোৰ এতিয়া দুখহে লাগিছে। তুমি ইমান সাৱধান হব খোজা কিয় ? তুমি বাচি থাকিব খোজা নেকি ?"

"তোমাতকৈ মোক বেছি জ্ঞানী বুলি ভবা বাবে মই আনন্দিত হৈছোঁ।"

"এঃ সাধাৰণ কথা এটা লৈনো কি কাজিয়া কৰাহে ?"

এইবোৰ তেওঁৰ নিজৰ কথা, মোৰ নহয়। যদি তেওঁ কাজিয়া কৰিব খোজে তেন্তে মই তেওঁক বাধা নিদিওঁ। তেওঁ অসাৱধান হৈ ফুৰা বাবে আৰু তিৰোতামানুহৰ লগত কৰা তেওঁৰ ব্যৱহাৰ দেখি তেওঁক অলপ অপ্ৰিয় চকুৰে চাবলৈ আৰম্ভ কৰিছিলোঁ। মেগি নামে তামিল ছোৱালী এজনীৰ লগত মোৰ বন্ধুত্ব হৈছিল। যোৱাকালি মই আৰু মেগি দুয়ো মনৰ আনন্দত একেলগে ফুৰি আছিলোঁ। গ্লান পঁজাটোৰ বাহিৰত বহি আছিল, আৰু আমি দুয়ো আগেৰে যাওঁতে তেওঁ মূৰ দুপিয়াইছিল আৰু হাঁহিছিল। মেগিয়ে তেওঁৰ বিষয়ে নানান কথা বৰ আগ্ৰহেৰে সুধিবলৈ ধৰিলে। তেওঁক দেখি তাই ইমান আকৃষ্ট হ'ল যে তাই মোক এৰি থৈ অকলে ঘৰ পালেগৈ। মোৰ লগত নুগ'ল।



এই কথাটো গ্লানৰ আগত মই কলে তেওঁ ই এটা বৰ সাধাৰণ কথা বুলি উৰাই দিব, কিন্তু কথাটো মই পাহৰিব পৰা নাছিলোঁ। পঁজাটোৰ আগেৰে যাওঁতে তেওঁ মোলৈ চাই মূৰ দুপিয়াই হঁহা নাছিল, মেগিলৈ চাইহে তেনেকুৱা কৰিছিল।

তেওঁ মোক সুধিলে,—"তাই সেইবোৰ কি চোবাই থাকে ?"

মই কলোঁ,—"কব নোৱাৰোঁ। তাই চোবায়, আৰু সেইবাবেই তাইৰ দাঁতবোৰ আছে, নহয় জানোঁ ?"

মেগিয়ে যে সদায় কিবা চোবাই থাকে, সেইটো মোলৈ একো নতুন খবৰ নহয়। মই কাহানিবাই সেইটো লক্ষ্য কৰিছিলোঁ। কিন্তু তাই তামোল নোচোবায়, কাৰণ তাইৰ দাঁতবোৰ বৰ বগা। তাইৰ এটা অভ্যাস আছে যে যিহকে পায় তাকে মুখৰ ভিতৰত সুমাই দিয়ে আৰু চোবাবলৈ ধৰে, যেন কিবা ভাল বস্তু এটাহে খাইছে। যেই সেই কিবা এটা হলেই হ'ল। এটা পইচা, কাগজ এডোখৰ, নাইবা এটা পাখি,—তাকেই তাই চোবাই থাকিব। হওক বাৰু, তাৰবাবে তাইক হকা-বাধা কৰিবলগীয়া কোনো কথা হোৱা নাই। তায়েই গাওঁখনৰ ভিতৰত আটাইতকৈ ধুনীয়া ছোৱালী। কিন্তু আচল কথাটো হৈছে, গ্লান মোৰ প্ৰতি ঈৰ্ষান্বিত হৈ পৰিছে।

পিছদিনা গধূলি আকৌ মেগিক লগ পালোঁ আৰু তাইৰ লগত ফুৰিলোঁ। সিদিনা গ্লানৰ লগত দেখাদেখি নহ'ল।

৩

সদায় চিকাৰলৈ যাওঁ। চিকাৰ কৰি কৰি চিকাৰৰ বস্তু দম কৰি পেলালোঁ। এনেকৈয়ে এসপ্তাহ গ'ল। এদিন ৰাতিপুৱা আমি হাবিৰ ভিতৰলৈ সোমাবলৈ ধৰিছোঁ মাথোন এনেতে গ্লানে মোৰ বাহুটোত থাপ মাৰি ধৰি কলে, "ৰবা।" কোৱাৰ লগে লগেই তেওঁ ৰাইফলটো তুলি ললে আৰু এজাই গুলী এৰিলে। বাঘৰ পোৱালি এটা গুলীয়াই মাৰিলে।

মই কলোঁ,—"ইয়াক ময়েই মাৰিব পাৰিলোঁহেঁতেন।"

গ্লানে মোৰপিনে চালে।

"মই নোৱাৰিলোঁহেঁতেন বুলি তুমি ভাবিছা নেকি ?" তথাপি গ্লানে একো উত্তৰ নিদিলে। মৰা বাঘটোৰ ওচৰলৈ গ'ল আৰু তাৰ মূৰত আৰু এবাৰ গুলীয়ালে। মই আচৰিত হৈ তেওঁৰ পিনে চালোঁ।

তেওঁ কলে,—"বুজিছানে, মই বাঘ এটাক পিছৰপিনেহে গুলী-য়ালোঁ, এইষাৰ কথা কাৰো মুখত শুনিবলৈ ইচ্ছা নকৰোঁ।"

গধূলি যেতিয়া আমি মৰা বাঘটো লৈ গাওঁখন পালোঁহি, বহুতো দেশীয় মানুহ সেইটো চাবলৈ আহিল। মেগিও আহিল।

তাই সুধিলে,—"কোনে গুলীয়ালে?"

গ্লানে উত্তৰ দিলে,—"তুমি নিজেই কোৱাচোন বাৰু। দুবাৰ গুলীওৱা হৈছে। আমি ৰাতিপুৱা যেতিয়া ওলাই যাওঁ, তেতিয়া ইয়াক মাৰিছিলোঁ।" সেই বুলি কৈ তেওঁ জন্তুটো লুটিয়াই পেলাই গুলীৰ চিন দুটা দেখুৱালে। তাৰ পিছত গ্লানে দেশীয় মানুহবোৰৰ লগত লাও-পানী পিবলৈ ধৰিলে।

মেগিয়ে গ্লানৰ পিনে চাই আছিল। মই তাইক একাষৰীয়াকৈ মাতি নি সুধিলোঁ,—"তুমি সকলো সময়তে তেওঁৰ পিনে চাই আছা কিয়? ময়ো দেখোন ইয়াতে আছোঁ হবলা,—নহয় জানোঁ?"

"হয়,"—তাই কলে।

"আৰু শুনা, মই আজি সন্ধিয়া আহিম।"

ইয়াৰ পিছদিনাখন গ্লানে এখন চিঠি পালে। চিঠিখন নদীৰ ঘাটত থকা ডাকঘৰৰ পৰা পিয়ন এটাই লৈ আহিছিল। চিঠিখন আহিছিল ১৮০ মাইল আঁতৰৰ পৰা। তিৰোতা মানুহৰ হাতৰ আখ-ৰেৰে লিখা চিঠি। মই ভাবিলোঁ, বোধকৰোঁ তেওঁৰ পুৰণি বন্ধু সেই অভিজাত বংশৰ তিৰোতাগৰাকীৰ পৰা আহিছে। চিঠিখন পঢ়ি গ্লানে উদ্‌ভ্রান্তভাৱে হাঁহিবলৈ ধৰিলে আৰু চিঠিখন অনা বাবে পত্ৰবাহকক অতিৰিক্তকৈ পইচা দিলে।

কিন্তু অলপ সময় পিছতে তেওঁ মুখখন ক'লাম'লা কৰি সন্মুখলৈ ৰ' লাগি চাই থাকিল। সিদিনা, গধূলি তেওঁ বুঢ়া বাওনা মানুহ এজন আৰু তেওঁৰ পুতেকৰে সৈতে একেলগে বহি বৰকৈ মদ খাবলৈ ধৰিলে। মোকো মদ খুৱাবলৈ বৰ চেষ্টা কৰিছিল। তাৰপিছত তেওঁ বৰ ডাঙৰকৈ হাঁহিবলৈ ধৰিলে আৰু কলে,—"দেখিছানে, আমি কিমান শ মাইল আঁতৰৰ পৰা আহি ভাৰতবৰ্ষৰ মাজত চিকাৰ কৰি ফুৰিছোঁ। বঢ়িয়া কথা—নহয়নে? পৃথিবীৰ বুকুৰ ওপৰৰ সকলো মাটি-পানীৰ মই শুভকামনা কৰোঁ। আৰু শুভহওঁক বিবাহিত আৰু অবিবাহিত, ওচৰত আৰু আঁতৰত থকা আটাইবোৰ ধুনীয়া তিৰোতাৰ। হাঃ হাঃ হাঃ। বিবাহিতা তিৰোতা এগৰাকীয়ে আন মানুহ এজনৰ লগত যেতিয়া



বিয়াৰ প্ৰস্তাৱ কৰে তেতিয়া কথাটো বৰ বঢ়িয়া হয়, নহয় নে? হাঃ হাঃ, এজনী বিবাহিতা তিৰোতা……"

মই ঠাট্টাৰ সুৰত কলোঁ,—"এগৰাকী কাউন্টেছ।"

মই বৰ ঘৃণাপূৰ্ণ সুৰত কৈছিলোঁ, আৰু তেনেকৈ কোৱাৰ ফল ধৰিলে। তেওঁ বৰ আঘাত পালে। নিজৰ গোপনীয় কথাটোৰ এধনিষ্ঠামানো কৈ পেলালে বুলি ভাবি চকু থিৰ কৰি কপালখন কোঁচাই ভাবিবলৈ ধৰিলে। ঠিক সেই সময়তে এজাক ল'ৰা-ছোৱালীয়ে আমাৰ পঁজাটোৰ পিনে চিঞৰি চিঞৰি লৰি আহিছে,—"বাঘ, ঔ বাঘ।" গাওঁখনৰ পৰা বাঘে ল'ৰা এটা কামুৰি লৈ নদীৰ পাৰৰ হাবিখনলৈ লৈ গৈছিল।

গ্লানে মদ খাই মতলীয়া হৈ আছিল। কথাটো শুনিবলৈহে পালে, বন্দুকটো লৈ হাবিখনৰ পিনে লৰ দিলে, মূৰৰ টুপীটোও লবলৈ পাহ-ৰিলে। অলপ সময় পিছত দুজাই গুলীৰ শব্দ শুনিলোঁ। অলপ পিছতে আকৌ এজাই গুলী। উঃ তিনিবাৰ গুলীয়ালে! সিংহ এটাই দুটা গুলীত পৰে, ই আকৌ এটা বাঘহে। কিন্তু তিনিবাৰ গুলীয়াইও একো ফল নহ'ল। লৰাটোক গ্লান গৈ পোৱাৰ আগেয়ে ফালি ছিৰাছিৰ কৰি আধা খাই পেলাইছে।

গ্লানে আমাৰ ওচৰৰে পঁজাটোত বিধৱা তিৰোতা এগৰাকী আৰু তেওঁৰ ছোৱালী দুজনীৰে সৈতে,—ঈশ্বৰেহে জানে তেওঁ কোনজনীৰ লগত আছিল,—গোটেই ৰাতিটো মদ খাই হুলস্থুল কৰি কটালে।

দুদিন ধৰি গ্লানে এখেন্তকো থিৰেৰে থাকিব পৰা নাছিল। তেওঁৰ লগত মদ খাবলৈ সঙ্গীও পাইছিল বহুত। মদ খোৱাৰ সঙ্গী হবলৈ মোকো তেওঁ বৰকৈ অনুৰোধ কৰিছিল। তেওঁ লাগবান্ধ নোহোৱাকৈ কথা কবলৈ ধৰিলে।

তেওঁ কলে,—"তোমাৰ ঈৰ্ষাই তোমাক অন্ধ কৰি পেলাইছে।"

মোৰ ঈৰ্ষা?

মই কলোঁ,—"মই তোমাৰ প্ৰতি ঈৰ্ষান্বিত? কিহৰ কাৰণে মই তোমাক ঈৰ্ষা কৰিবলৈ যাম?"

তেওঁ কলে,—"নহয়, নহয়, তুমি মোৰ প্ৰতি ঈৰ্ষান্বিত নহয়।"……

মই একো উত্তৰ নিদি তাৰ পৰা গুচি আহিলোঁ।

৪

আকৌ চিকাৰলৈ যাওঁ। গ্লানে মোক অন্যায় কৰা বুলি ভাবি মোৰ ওচৰত ক্ষমা মাগিলে।

তেওঁ কলে,—"মোৰ একোকে ভাল নলগাত পৰিছে। বন্দুকটো পিছলি গৈ যদি ডিঙিৰে গুলী এটা সোমাই যায় তেন্তে বঢ়িয়া হয়।"

কাউন্টেছৰ সেই চিঠিখনেই বোধকৰোঁ তেওঁৰ অন্তৰখন ডেই-পুৰি মাৰিবলৈ ধৰিছে।

"মানুহে যেনেকৈ ৰোৱে, তেনেকৈয়ে ডায়।"

দিনকে দিনে তেওঁৰ মুখখন বেজাৰ আৰু বিষাদে ছাটি পেলাবলৈ আৰম্ভ কৰিলে। তেওঁ মদ খাবলৈ এৰি দিলে। কাৰো লগত কথা একাষাৰো নেপাতে। গাল-মুখ শুকাই ক্ষীণাই গৈছে।

এদিন মোৰ খিৰিকীখনৰ বাহিৰৰ পিনে কোনোবাই হাঁহি মাতি কথাপতা শুনিলোঁ। গ্লানৰ মনটো আকৌ আনন্দিত হৈ উঠিছে। তেওঁ তাতে থিয় হৈ মেগিৰ লগত কথা পাতিবলৈ ধৰিছে। মেগি তাইৰ ঘৰৰ পৰাই আহিছে, গ্লানেও তাইক লগ পাবলৈ তাতে বৈ আছিল। এতিয়া আকো মোৰেই খিৰিকীখনৰ মুখত মোক শুনাই হাঁহি-মাতি কথা পাতিবলৈ ধৰিছেহি।

মোৰ গাটো এবাৰ কঁপি উঠিল, বন্দুকটো তুলি লৈ টোৱালোঁ, আকৌ কিবা ভাবি নমাই থলোঁ। বাহিৰলৈ ওলাই গলোঁ আৰু মেগিক বাহু-টোতে ধৰি লৈ একো কথা নোকোৱাকৈ গাওঁখনৰ বাহিৰ হৈ গলোঁগৈ। গ্লান গৈ পঁজাটোৰ ভিতৰত সোমাল।

মই মেগিক সুধিলোঁ,—"তুমি আকৌ তেওঁৰ লগত এইবোৰ কি কথা পাতিছিলা?"

তাই একো উত্তৰ নিদিয়ে।

মোৰ মনটো উদ্‌ভ্ৰান্ত হৈ উঠিল। মোৰ বুকুখন ইমানকৈ ঢপ্-ঢপাবলৈ ধৰিছে যে মই ভালকৈ উশাহ লব পৰা নাই। তাইক তেতিয়া দেখিবলৈ বৰ ধুনীয়া হৈছিল। তাইক মই আগেয়ে কাহানিও ইমান ধুনীয়া দেখা নাছিলোঁ। কোনো শ্বেতাঙ্গী ছোৱালীক ইমান ধুনীয়া দেখা নাই আজিলৈকে। মই পাহৰি গলোঁ যে তাই৽ তামিল, আৰু পাহৰি গলোঁ আন সকলো কথা,—তাইৰ কাৰণে।



মই কলোঁ,—"উত্তৰ দিয়া। তেওঁৰ লগত কি কথা পাতিছিলা আৰু পাতিছিলাই বা কিয়?"

তাই কলে,—"মই তেওঁক সবাতোকৈ ভাল পাওঁ।"

"তুমি তেওঁক মোতকৈও বেছি ভাল পোৱা নে?"

"এৰা।"

ও, হয় নে! তেওঁক মোতকৈও বেছি ভাল পায়, যদিও মানুহ হিছাপে মই অন্ততঃ তেওঁতকৈ কোনো গুণে বেয়া নহওঁ। মই তাইক সদায় ভালপোৱা নাছিলোঁনে? তাইক টকা-সিকা আৰু আন আন বস্তু উপহাৰ দিয়া নাছিলোঁনে? আৰু তেওঁ কি কৰিছে?'

মই কলোঁ,—"তেওঁ তোমাক সদায় ঠাট্টা মস্কৰা কৰি থাকে, তেওঁ কয় তুমি হেনো সদায় কিবাকিবি চোবাই থাকা।"

তাই কথাটো পোনতে বুজা নাছিল। তাৰ পিছত তাই কেনেকৈ যিহকে পায় তিহকে মুখত ভৰাই দি চোবাই থাকে আৰু তাকে দেখি গ্লানে উপলুঙা কৰি হাঁহে, সেইবোৰ কথা বুজাই দিয়াত তাই বুজিলে।

"বুজিছানে মেগি, তুমি সদায় মোৰেই হৈ থাকিব লাগিব। তুমি সেইটো ভাল নোপোৱানে? মই সদায় ইয়াকে ভাবি আছোঁ যে মই যেতিয়া ইয়াৰ পৰা যাওঁ তোমাকো লগতে লৈ যাম। মই তোমাক বিয়া কৰাম আৰু আমাৰ দেশলৈ গৈ তাতে থাকিম, তুমি সেইটো নিশ্চয় ভাল পোৱা নহয় জানোঁ?"

মোৰ কথাবোৰে তাইৰ মনত এটা ছাব বহুৱাই থৈ গ'ল। তাই ৰং মনেৰে মোৰ লগত কথা পাতিবলৈ ধৰিলে। তাই মাথোঁ এবাৰহে গ্লানৰ নাম ললে। তাই সুধিলে,—"বাৰু, আমি যেতিয়া ইয়াৰ পৰা যামগৈ গ্লানো আমাৰ লগত যাব নে?"

মই কলোঁ,—"নেযায়। তুমি সেই কাৰণে দুখ কৰিছা নেকি?"

তাই লৰালৰিকৈ কলে,—"নহয় নহয়, মই আনন্দিতহে হৈছে"।

তাই আৰু তেওঁৰ বিষয়ে একো নকলে, মোৰো মনটো বৰ পাতল পাতল লাগিল। মেগি মোৰ লগতে ঘৰলৈ গ'ল।

তাই গুচি যোৱাৰ দুঘন্টামান পিছত মই জখলাডালেৰে ওপৰলৈ উঠি গ্লানৰ কোঠালিটো পালোঁগৈ আৰু ইকৰাৰে সজা দুৱাৰখনত খুন্দি-য়ালোঁ। তেওঁ ভিতৰতে আছিল। মই কলোঁ,—"কথা এটা কবলৈ আহিলোঁ। বোধকৰোঁ, আমি কালিলৈ চিকাৰলৈ নোযোৱাটোহে উচিত হব।"

"কেলেই ?"

"কাৰণ, মই ভুল কৰি হয়তো তোমাৰ ডিঙিটোতে গুলীয়াব পাৰোঁ।

গ্লানে একো উত্তৰ নিদিলে। মই তললৈ নামি আহিলোঁ। এনেকৈ সাৱধান কৰি দিয়াৰ পিছত আৰু চিকাৰলৈ যাবলৈ সাহ নকৰিব। কিন্তু তেওঁ মেগিৰ লগত মোৰেই খিৰিকীৰ সন্মুখত ইমানকৈ চিঞৰি চিঞৰি কথা কোৱাৰ অৰ্থ কি ? চিঠিখনত তেওঁক যদি ঘৰলৈ উভতি যাবলৈ কৈছে তেন্তে তেওঁ গুচি নাযায়গৈ কিয় ? তাকে নকৰি মাথোঁ দাঁত মুখ কামুৰি শূন্যলৈ চাই চাই কয়,—নহয়, কেতিয়াও নহয়। মই নেযাওঁ, মোৰ ভৰিত পৰিবহি লাগিব।"

সাৱধান কৰি দিয়া সত্বেও পিছদিনা ৰাতিপুৱা আনকালৰ দৰে মোৰ বিছনাৰ ওচৰতে থিয় হৈ মাতিবলৈ ধৰিছে,—"উঠা বন্ধু ! চোৱা-চোন আজিৰ দিনটো কেনে সুন্দৰ, আমি কিবাকিবি চিকাৰ কৰিবলৈ ওলাই যাব লাগিব। যোৱা কালি তুমি যিহকে পোৱা তাকে বকিলা।"

তেতিয়া চাৰি বাজিছে মাথোন। যি হওক মই উঠিলোঁ আৰু কাপোৰ-কানি পিন্ধি লৈ তেওঁৰ লগত যাবলৈ ওলালোঁ। ওলাই যোৱাৰ আগতে তেওঁক দেখুৱাই বন্দুকটোত গুলী ভৰাই ললোঁ। তেওঁ কোৱা মতে দিনটো মূঠেই ভাল নাছিল। ছিপ ছিপকৈ বৰষুণ দি আছিল। মোৰ খং তুলিবলৈকেই তেওঁ সেইদৰে কৈছিল। মই একোকে নকৈ তেওঁৰ লগত ওলাই গলোঁ।

গোটেই দিনটো দুয়ো আপোনমনে কিবাকিবি ভাবি হাবিখনতে ঘূৰি-পকি কটালোঁ। একো গুলীয়াবলৈ নহ'ল। চিকাৰলৈ মন নিদি আন কথা ভাবি থকা বাবে আমি চিকাৰবোৰ হাততে পায়ো গুলীয়াবলৈ চেষ্টা নকৰিলোঁ। বেলি দুপৰ হোৱাৰ সময়ত গ্লান মোৰ অলপ আগে আগে যাবলৈ ধৰিলে। মোৰ বন্দুকটোৰ নলীডালৰ আগেদি অহা-যোৱা কৰিবলৈ ধৰিলে, মই তাকো সহ্য কৰি থাকিলোঁ। গধূলি আমি উভতি আহিলোঁ। একো ঘটনা নঘটিল। নিজকে নিজে ভাবিলোঁ, বোধকৰো তেওঁ এতিয়া বেছি সাৱধান হব আৰু মেগিৰ লগ নলব।

আমি যেতিয়া উভতি গৈ পঁজাটো পালোঁ তেতিয়া গ্লানে কলে,"মোৰ জীৱনত এইটোৱেই আটাইতকৈ দীঘল দিন।"

তাৰ পিছত আৰু আন একো কথা নহ'ল।

তাৰ পিছত কেইদিনমান তেওঁ বৰ অশান্তিৰে কটাবলৈ ধৰিলে। বোধকৰোঁ সেই চিঠিখনৰ কথা মনত পৰিয়েই তেওঁৰ তেনেকুৱা হৈছে।



ৰাতি কেতিয়াবা কেতিয়াবা তেওঁ কৈ উঠে,—নাই, আৰু নোৱাৰোঁ। মোৰ অসহ্য হৈ উঠিছে।...তেওঁৰ মেজাজ ইমান বেয়া হৈছিল যে ঘৰৰ মালিকজনে তেওঁক ভাল লগাবলৈ কেতিয়াবা কিবা কলেও তেওঁ তাৰ উত্তৰ নিদিছিল। শুই থাকোতেও তেওঁ মাজে মাজে গুঙৰি উঠিছিল। বিবেকে তেওঁৰ অন্তৰৰ ভিতৰত ভালকৈয়ে তোলপাৰ লগাইছিল। কিন্তু এনেকৈ থকাতকৈ ঘৰলৈকে গুচি নেযায় কিয় ? অহঙ্কাৰ ! অহঙ্কাৰেই সঁচা। এবাৰ যেতিয়া আঁতৰাই দিছে, তেনেস্থলত তেওঁ আৰু উভতি নেযায়।

মই সদায় গধূলি মেগিক লগ পাওঁ। গ্লানে তাইৰ লগত কথা পাতিবলৈ এৰি দিছে। মেগিয়ে কিবাকিবি চোবাই থকা অভ্যাসটো এৰি পেলাইছে। এদিন তাই গ্লানৰ কথা সুধিলে। কথাষাৰ তাই বৰ সাৱধানেৰে সুধিছিল। তেওঁৰ শৰীৰ ভাল নহয় নেকি ? তেওঁ গুচি গ'লগৈ নেকি ?

মই কলোঁ,—"যদি তেওঁ মৰা নাই, নাইবা ক'ৰবালৈ গুচি যোৱা নাই, তেন্তে ঘৰতেই পৰি আছে। মোৰ মনত সেইবোৰ সকলো সমান। আজিকালি তেওঁৰ আচাৰ-ব্যৱহাৰ অসহ্য হৈ উঠিছে।"

পঁজাটোৰ ওচৰ পাই দেখিলোঁ মাটিৰ ওপৰত কঠ এখন পাৰি লৈ হাত দুখনৰ ওপৰত মূৰটো থৈ গ্লানে ৰ' লাগি আকাশলৈ চাই আছে।

মই কলোঁ,—"সৌৱা, তেওঁ তাতে আছে।"

মই হাক দিবলৈ নৌপাওঁতেই মেগিয়ে বেগাবেগিকৈ গৈ গ্লানৰ ওচৰ পালেগৈ, আৰু মৰম লগা মাতেৰে কলে,—মই চোবাবলৈ এৰি পেলাইছোঁ। কোনো বস্তুৱেই আৰু মই নোচোবাওঁ। পাখি, টকা-পইচা, কাগজৰ ডোখৰ একোকে নোচোবাওঁ,—তুমি নিজেই চোৱা বাৰু।"

গ্লান তাতে নীৰৱ হৈ পৰি থাকে। তাইৰ পিনে নেচালে। মই যেতিয়া তাইক গ্লানৰ লগত কথা নকওঁ বুলি প্ৰতিজ্ঞা কৰাৰ কথা সোঁৱ-ৰাই দিলোঁ, তেতিয়া তাই কলে, গ্লানৰ যে ভুল হৈছিল তাকেহে তেওঁক তাই কবলৈ খুজিছে।

মই কলোঁ,—"বাৰু ভাল কথা। তেওঁৰ যে ভুল হৈছে সেইটো দেখুৱাই দিয়া, কিন্তু তেওঁৰ কাৰণেহে তুমি চোবাবলৈ এৰি দিলা নেকি ?"

তাই একো নেমাতিলে। তাই উত্তৰ নিদিয়ে কিয় বাৰু ?

"শুনিছানে ? মোক কবই লাগিব। তেওঁৰ কাৰণেহে তুমি তেনে কৰিছা নেকি ?"

"নহয়, নহয়, তোমাৰ কাৰণেহে।"

মই কথাষাৰ সঁচা বুলি ভাবিলোঁ। গ্লানৰ কাৰণে তাই কিবা কৰিবলৈ যাব কিয় ?

সেইদিনা সন্ধিয়া মেগি মোৰ ওচৰলৈ আহিব বুলি কথা দি গ'ল, আৰু তাই আহিছিলও।

৫

নিশা দহ বজাত তাই আহিল। তাইৰ লগত সৰু ল'ৰা এটা লৈ আহিছিল, আৰু তাৰ লগত ডাঙৰ ডাঙৰকৈ কথা পাতি অহা শুনিলোঁ। তাই ভিতৰলৈ সোমাই অহা নাই কিয়,—আৰু ল'ৰাটোকেই বা লগত লৈ আহিছে কিয় ? মই তাইলৈ চালোঁ আৰু মোৰ মনত খেলালে যে ল'ৰাটোৰ লগত ডাঙৰ ডাঙৰকৈ কথা পাতি তাই অহাৰ জাননী দিছে। মই এইটোও মন কৰিলোঁ যে তাই গ্লান থকা ওপৰৰ কোঠালিটোৰ খিৰিকীখনলৈ চাই আছে। তাইৰ কথা শুনি অহা বুলি গম পাই গ্লানে তাইক মূৰ জোকাৰি বা হাত বাউল দি মাতিছে নেকি ? যিয়েই হওক মই আৰু ওপৰলৈ নেচালোঁ।

মই ভাবিলোঁ যে ওলাই গৈ তাইক হাতত ধৰি লৈ আহোঁ, কিন্তু ঠিক সেই সময়তে তাই ল'ৰাটোৰ হাতখন এৰি দিলে আৰু ল'ৰাটোক তাতে থিয় কৰি থৈ আমাৰ পঁজালৈ আহিল। তাই আহি পাইছে। আহক বাৰু, তাইক অলপ কথা শুনাব লাগিব।

মোৰ দুৱাৰখনৰ সন্মুখতে তাইৰ ভৰিৰ শব্দ শুনিলোঁ। তাই কিন্তু মোৰ ওচৰলৈ নাহিল। তাই জখলাডালেৰে গ্লানৰ কোঠালিটোলৈ উঠি যোৱা গম পালোঁ। মোৰ দুৱাৰখন মুকলি কৰি খুলি দিলোঁ, কিন্তু মেগি আগেয়ে গৈ গ্লানৰ কোঠাটো পাইছে আৰু তাই সোমোৱাৰ লগে লগে দুৱাৰখন বন্ধ কৰি দিছে। তাৰ পিছত আৰু একো নুশুনিলোঁ। তেতিয়া ৰাতি দহ বাজিছে।

মোৰ কোঠালিটোলৈ সোমাই গৈ বহিলোঁ। বন্দুকটো তুলি ললোঁ আৰু তাত বাৰুদ ভৰাই ললোঁ। নিশা বাৰ বজাত জখলাডালেৰে ওপৰলৈ উঠি গলোঁ আৰু গ্লানৰ দুৱাৰখনত কাণ পাতি শুনিলোঁ। ভিতৰত মেগিৰ মাত শুনিলোঁ। তাই গ্লানক মৰম কৰি বহুতো মন ভাল লগা কথা কবলৈ ধৰিছে। মই আকৌ নামি আহিলোঁ। এক বজাত মই আকৌ ওপৰলৈ উঠি গলোঁ। এইবাৰ সকলো নীৰৱ। সিহঁত উঠালৈকে দুৱাৰৰ বাহিৰত মই অপেক্ষা কৰি থাকিলোঁ। তিনি বাজিল, চাৰি বাজিল,—পাঁচ বজাত সিহঁত উঠিল। মনতে ভাবিলোঁ, সিহঁতে সাৰ পাইছে, ভাল হব এতিয়া। অলপ পৰ পিছতে পঁজাটোত এটা গণ্ডগোল শুনিলোঁ আৰু কোনোবাই তাতে খাপ পাতি থকা দেখিব বুলি খৰধৰকৈ তললৈ নামি আহিলোঁ। গ্লান আৰু মেগি দুয়ো সাৰ পাই উঠিছে। সিহঁতৰ আৰু বহুতো কথা শুনিবলৈ পালোঁহেঁতেন কিন্তু মই নামি আহিব লগা হ'ল।



তললৈ নামি আহি ভাবিলোঁ,—তাই এই ফালেদিয়েই গৈছে, তাই যাওঁতে তাইৰ হাতখন নিশ্চয় মোৰ দুৱাৰত লাগি গৈছে কিন্তু দুৱাৰখন নুখুলিলে। তাই জখলাডালেৰে উঠি গৈছে, এইডাল জখলা আৰু এই কেইটা তাৰ খোপনি। ইয়াকে তাই গছকি গৈছে।

মোৰ বিছনাখন এতিয়ালৈকে কোনেও স্পৰ্শ কৰা নাই। ময়ো আৰু সেইখনত নুশুলোঁগৈ। খিৰিকীখনৰ কাষতে বহিলোঁ। বন্দুকটো লাৰিচাৰি আছোঁ। মোৰ বুকুখন কঁপিবলৈ ধৰিছে।

আধা ঘন্টা পাছত জখলাডালত মেগিৰ ভৰিৰ খোজ শুনিবলৈ পালোঁ। মই খিৰিকখীনৰ মুখতে বহিলোঁহি আৰু তাইক পঁজাটোৰ পৰা ওলাই যোৱা দেখিলোঁ। তাই চুটি কপাহী ঘাগৰা এটা পিন্ধিছে। সেইটোৱে তাইৰ আঠু চুকি নেপায় গৈ। কান্ধৰ ওপৰেদি গ্লানৰ পৰা পোৱা উলৰ গলাবান্ধ এখন লৈছে। সেইখিনি কাপোৰ নহলে তাইক উলঙ্গ বুলিয়েই কব পাৰি। তাইৰ চুটি কপাহী ঘাগৰাটো বৰকৈ মোহৰা গৈছে। আন দিনাখনৰ দৰে তাই লাহে লাহে খোজ দি যাবলৈ ধৰিছে। মোৰ খিৰিকীখনৰ পিনে কেৰাহিকৈয়ো নেচালে। লাহে লাহে তাইক আৰু দেখা নোপোৱা হ'ল।

অলপ সময় পাছত কাপোৰ-কানি পিন্ধি বাহিৰলৈ যাবলৈ সাজু হৈ কাষলতিৰ তলতে বন্দুকটো লৈ গ্লান আহি উপস্থিত হ'ল। তেওঁৰ মুখখন বৰ মলিন। আনকি তেওঁ মোক সুপ্ৰভাত বুলিও নকলে।

মই অতি সোনকালেই কাপোৰ-কানি পিন্ধি লৈ তেওঁৰ লগত ওলাই গলোঁ। কোনেও এটা কথাও নকলোঁ। দুটা চৰাই গুলীয়ালোঁ।

গছ এডালৰ তলতে সেই দুটা ৰান্ধি লৈ দুয়ো খালোঁ। লাহে লাহে বেলি দুপৰ হ'ল।

গ্লানে মোক কলে,—"তোমাৰ বন্দুকটোত সঁচাকৈয়ে গুলী ভৰাই থোৱা আছে নে ? হঠাৎ আমাৰ সন্মুখত কিবা ওলাবহি পাৰে। যিয়েই হওক, গুলী ভৰাই লোৱা।"

মই কলোঁ,—"গুলী ভৰোৱা আছে।"

তাৰ পাছত তেওঁ এটা জোপোহাৰ মাজত অদৃশ্য হৈ গ'ল। মই ভাবিলোঁ তেওঁক তেতিয়া গুলীয়াই মাৰিবলৈ ভাল হব। বন্দুকটো টোঁৱাই লৈ কুকুৰৰ দৰে গুলীয়াই মাৰিম। মই মনত কি কথা ভাবি আছোঁ, তেওঁ সেই কথা জানে। সেই দেখিয়েই মোৰ বন্দুকটোত গুলী ভৰোৱা আছে নে নাই সুধি লৈছে। আজিও তেওঁ সেই পাশৱিক অহঙ্কাৰৰ ভাৰটো এৰিবলৈ নোৱাৰিলে। তেওঁ নতুন কামিজ এটা পিন্ধি বৰ বঢ়িয়াকৈ সাজপাৰ কৰিছে। আজি তেওঁৰ চলন-ফুৰণ ৰজা-মহাৰজাৰ দৰে।

তেতিয়া প্ৰায় একমান বাজিছে। তেওঁ মোৰ সন্মুখত থিয় দিলে। তেওঁৰ খং উঠিছে, মুখখন ৰঙা হৈ পৰিছে। মোক কলে,—"মই আৰু সহ্য কৰিব নোৱাৰোঁ। বাৰু চোৱাচোন তোমাৰ বন্দুকটোৰ ভিতৰত কিবা আছে নে নাই।"

মই উত্তৰ দিলোঁ,—"অনুগ্ৰহ কৰি তুমি নিজৰ বন্দুকটোলৈ চোৱা।"

মই খুব ভালকৈ জানিছিলোঁ তেওঁ কিয় মোৰ বন্দুকটোৰ কথা বাৰে বাৰে এইদৰে সুধি আছিল। তেওঁ মূৰটো ঘূৰালে। মোৰ উত্তৰ শুনি তেওঁ একো নেমাতিলে, তললৈ মূৰ কৰি মোৰপৰা আঁতৰ হৈ গুচি গ'লগৈ।

পাৰ চৰাই এটা মাৰিলোঁ। বন্দুকটোত আকৌ গুলী ভৰাই ললোঁ। মই গুলী ভৰাবলৈ ধৰোঁতে গ্লানে গছ এডালৰ আঁৰৰ পৰা চাই আছিল মই সঁচাকৈয়ে গুলী ভৰাইছোঁ নে নাই। অলপ পৰ পিছতে তেওঁ এটা বিয়াৰ গীত গাবলৈ ধৰিলে। বিয়াৰ গীত গাইছে, ভাল সাজপাৰ পিন্ধিছে, কথাটো বেয়া নহয়। মোৰ আগেৰে অহা-যোৱা কৰি তললৈ মূৰ কৰি তেওঁ গীতটো গাবলৈ ধৰিলে। তেওঁ আকৌ বন্দুকৰ নলীডালৰ আগেৰে অহা-যোৱা কৰিবলৈ ধৰিছে।

তেওঁ এটা হাঁহি মাৰি কলে,—"যেনে দেখিছোঁ আজি আৰু বিশেষ একো নহব।" তাৰ পিছত তেওঁ চিকাৰ কৰিবলৈ আহি গান গোৱা বাবে মোৰ ওচৰত ক্ষমা খুজিলে। সেই সময়তো তেওঁৰ হাঁহিটো বৰ মধুৰ আছিল। সেই হাঁহিটো দেখি মোৰ মনত খেলালে যেন



তেওঁৰ অন্তৰখনে কান্দিব লাগিছে। এনেকুৱা এটা মুহূৰ্ততো যে তেওঁ হাঁহিব পাৰে তাকে ভাবি বোধকৰোঁ তেওঁ গৰ্ব অনুভৱ কৰিছিল।

মই তিৰোতামানুহ নহওঁ, আৰু তেওঁৰ এনেকুৱা কথাবতৰা-বোৰে মোৰ মনত একো ছাপ বহুৱাব নোৱাৰে। তেওঁ বৰ অধৈৰ্য্য হৈ পৰিল, মুখখন শেঁতা পৰিল, মোক বেঢ়ি লৈ কেউপিনে বেগাবেগিকৈ ঘূৰিবলৈ ধৰিলে আৰু কিবা এটাৰ বাবে আকুল অপেক্ষা কৰি মোৰ পিনে চাবলৈ ধৰিলে। প্ৰায় পাঁচমান বজাত মই আচম্বিতে এজাঁই গুলী এৰাৰ শব্দ শুনিলোঁ, আৰু মোৰ বাওঁ কাণখনৰ কাষেৰে গুলী এটা সোঁসোঁৱাই উৰি গ'ল। মূৰ দাঙি চাই দেখিলোঁ কেখোজমান আঁতৰতে গ্লানে লৰচৰ নকৰাকৈ মোৰ পিনে চাই আছে। তেওঁৰ হাতত থকা বন্দুকটোৰ পৰা তেতিয়াও ধোঁৱা ওলাই আছে। মোক তেওঁ গুলীয়াবলৈ খুজিছিল নেকি ?

মই ক'লোঁ—"আজিকালি তোমাৰ হাতৰ নিছান ঠিক নোহোৱা হৈছে।—"

কিন্তু তেওঁৰ হাতৰ নিছান ঠিক নোহোৱা নহয়, তেওঁ কেতিয়াও ভুল নকৰে। তেওঁ মাথোন মোৰ খং তুলি উত্তেজিত কৰিবলৈকেহে চেষ্টা কৰিছে।

তেওঁ চিঞৰ মাৰি ক'লে,—"তেনেহলে প্ৰতিশোধ লোৱা।"

দাঁত কামুৰি মই উত্তৰ দিলোঁ,—"বাৰু, সময়ত হ'ব।"

আমি দুয়ো দুয়োজনলৈ চাই পঠিয়ালোঁ। গ্লানে তেওঁৰ কান্ধখন মোহাৰিবলৈ ধৰিলে আৰু হঠাতে কৈ উঠিল,—"কাপুৰুষ !"

তেওঁ মোক কাপুৰুষ বুলিব কিয় ? মোৰ বন্দুকটো কান্ধৰ সমান কৰি তুলি ল'লোঁ আৰু তেওঁৰ মুখখনলৈ টোঁৱাই গুলী এৰিলোঁ।

মানুহে যেনেকৈ বোৱে ...

কিন্তু গ্লান পৰিয়ালে এই মানুহজনৰ বিষয়ে আৰু খবৰ লোৱাৰ কোনো প্ৰয়োজন নাই। মৃত মানুহ এজনৰ খবৰ পাবৰ কাৰণে ইমানকৈ

